# বৰ্ণ্ ফ্ৰী

( জয় এডাম্‌চনৰ Born Free-ৰ মুকলি অনুবাদ )

মীৰা বৰা



ষ্টুডেন্ট্‌চ এম্প'ৰিয়াম
ডিব্ৰুগড়

BORN FREE—Assamese Translation of Jay Adamson's Born Free, by Mrs. Mira Bora, Assam Agricultural University, Jorhat and published by Sri Mrinalkanti Bhattacharyya, Students' Emporium, Dibrugarh, Rupees 30·00 ( Thirty ) only.

প্ৰকাশক :
মৃণালকান্তি ভট্টাচাৰ্য
ষ্টুডেণ্টচ্ এম্প'ৰিয়াম
ডিব্ৰুগড়-৭৮৬ ০০১

পৰিবেশক :
শান্তি প্ৰকাশন
কলেজ হোষ্টেল ৰোড
গুৱাহাটী-৭৮১ ০০১

বেটুপাত
ধীৰেন শাসমল

প্ৰথম প্ৰকাশ
জানুৱাৰী, ১৯৯১ চন

মূল্য : ৩০·০০ টকা

মুদ্ৰাকৰ :
শ্যামাচৰণ মুখোপাধ্যায়
কৰুণা প্ৰিণ্টাৰ্চ
১৩৮ বিধান সৰণী
কলিকতা-৪

## অসম আইৰ সুসন্তান আন্তৰ্জাতিক খ্যাতি-সম্পন্ন
## পদ্মশ্ৰী ডাঃ ৰবীন বেলাৰ্জীৰ শুভাশীষ

অসমীয়া ভাষাত প্ৰথম পদক্ষেপ স্বৰূপে শ্ৰীমতী মীৰা ৰবাৰ "বৰ্ণ, ফ্ৰী"ৰ অনন্য অনুবাদে মোক যথেষ্ট মোহিত কৰিছে। ইয়াত বৰ্ণিত মূল ভাৱধাৰাইও মোক বিশেষকৈ আকৰ্ষিত কৰিছে, কিয়নো বন্যপ্ৰাণী সংৰক্ষণ সম্পৰ্কে মোৰ নিজস্ব যি দৰ্শন তাৰ লগতে ইয়াৰ সম্পূৰ্ণ সাদৃশ্য আছে। সেয়ে কিতাপখন বহুবাৰ পঢ়িও মই আত্মহাৰা হৈ যোৱাৰ কাৰণো বোধহয় এইটোৱেই। ইয়াত কোনো সন্দেহৰ অৱকাশ নাই যে জয় এডামচনৰ জীৱনৰ সকলো কৃতকাৰ্যতা প্ৰকৃততে ভগৱানৰ ইচ্ছা আৰু আশীৰ্বাদৰ প্ৰকাশ মাত্ৰ। সকলো মানুহেই ভগৱানৰ একোজন প্ৰতিনিধিস্বৰূপ আৰু তেওঁৰ সৎকৰ্মৰ যোগেদি ভগৱানৰ বিশালতা বৰ্ণময় হৈ প্ৰতিফলিত হয়।

মই এজন জীৱজন্তু আৰু প্ৰকৃতিপ্ৰেমী লোক। মোৰ ঘৰত মানুহৰ দ্বাৰা আক্ৰান্ত হোৱা অথবা হাবিত বাস কৰিবৰ বাবে অনুপযুক্তভাৱে দুৰ্বল সকলো ধৰণৰ জীৱজন্তুক পৰিচৰ্যা কৰাৰ উপৰিও থাকিবৰ বাবে আশ্ৰয়ো প্ৰদান কৰোঁ। জীৱজন্তুক গঁড়ালত বন্দী কৰি ৰখাৰ মই পক্ষপাতী নহওঁ বাবেই সিহঁতক ক্ৰমাগতভাৱে মৰমেৰে বশ কৰাৰ পাচত মোৰ ঘৰৰ চৌহদৰ ভিতৰত মুকলিভাৱে বিচৰণ কৰি ফুৰিবলৈ এৰি দিওঁ। এনে কাৰ্যৰ পৰা বিভিন্ন চৰাই-বোৰো বাদ নপৰে। মই লক্ষ্য কৰিছোঁ সিহঁতৰ অন্তৰতো আমাৰ দৰেই মৰম-স্নেহৰ ভাৱ আছে আৰু নিঃস্বাৰ্থে সিহঁতক মৰম কৰিলে প্ৰতিদানত সিহঁতৰ পৰা বহুত বেছি মৰম আদায় কৰিব পৰা যায়। সিহঁতে আমাক কেতিয়াও নঠগে বা বিশ্বাসঘাটকতা নকৰে, কিন্তু মানুহৰ ক্ষেত্ৰত তাৰ অসংখ্য দৃষ্টান্ত আছে। সেইবাবে মই মানুহৰ জগতখনতকৈ জীৱজন্তুৰ পৃথিৱীখনক অন্তঃকৰণেৰে বেছি বিশ্বাস কৰোঁ। গভীৰ অৰণ্যৰ মাজতো মই এই কথাটো লক্ষ্য কৰিছোঁ,

আৰু সেই কাৰণেই গভীৰতম অৰণ্যতো নিৰাপত্তাৰ বাবে মই কেতিয়াও বন্দুক কঢ়িয়াই ফুৰোঁ ; মোৰ একমাত্ৰ সঙ্গী কেমেৰাটো আৰু ভগৱানৰ ওপৰত অটল বিশ্বাস।

মই অনুভৱ কৰোঁ জীৱজন্তুৱে সিহঁতৰ প্ৰতি নিষ্ঠুৰ ব্যৱহাৰ কৰাৰ পাচতো মানুহক গ্ৰহণ কৰে। মই বোকাখাট অঞ্চলত থাকোঁতে ঘটা এনে এটা ঘটনা মোৰ মনত পৰে। এবাৰ মোৰ এজন চিনাকি ভদ্ৰলোকে এটা নৈশভোজৰ পৰা উভতি আহোঁতে তেওঁৰ গাড়ীৰ লাইটৰ পোহৰত আলিবাটৰ দাঁতিত বয়সত কেই সপ্তাহমান হোৱা দুটা পোৱালীৰে সৈতে এজনী নাহৰফুটুকী বাঘ দেখা পালে। তেওঁ গাড়ীখনৰ গতি মন্থৰ কৰি গুলিয়াই দিলত আঘাতপ্ৰাপ্ত হৈ মাকজনী এটা পোৱালীৰে সৈতে পলাই গ'ল। ভদ্ৰলোকজনে আনটো পোৱালী ঘৰলৈ লৈ আহিল। ঘটনাক্ৰমে সেই দিনাই আবেলি তেওঁ মোৰ এখন তথ্যচিত্ৰ প্ৰদৰ্শন কৰাৰ উপৰিও বন্য প্ৰাণী সংৰক্ষণ সম্পৰ্কে মোৰ বক্তৃতাও শুনিছিল। গতিকে মোৰ বন্যপ্ৰাণী সংৰক্ষণ সম্পৰ্কীয় কামকাজে তেওঁক কিমানদূৰ অনুপ্ৰাণিত কৰিলে সেইকথা আপোনালোকে নিশ্চয় অনুমান কৰিব পাৰিছে। ঘৰত তেওঁ কণমাণি মাতৃহীন পোৱালীটোক এটা ঠাণ্ডা গা-ধোৱা ঘৰত বন্দী কৰি ৰাখিলে আৰু খিৰিকিৰে তালৈ পানী আৰু খোৱাবস্তু সৰকাই দিবলৈ ধৰিলে। কিন্তু মৰমচেনেহৰ পৰা বঞ্চিত হৈ পোৱালীটো ক্ৰুদ্ধ হৈ পৰিল আৰু কোনো আহাৰ স্পৰ্শ নকৰি অনাদৃত হৈ ভোকত গুজৰি থাকিল। গোটেই ৰাতি তাৰ গুজৰনিত শুব নোৱাৰি মানুহজনে পোৱালীটো মোক দিবৰ বাবে ঠিৰাং কৰিলে আৰু মই নথকা সময়তে তেওঁ মোক পোৱালীটো দিবলৈ আহিছিল। মোক নেপাই কাগজ এটুকুৰাত লিখি থৈ গৈছিল, "যদি আপুনি ইচ্ছা কৰে ইয়াক পুহিব পাৰে।" এই কথাৰাৰে মোৰ বাককৈয়ে খং তুলিছিল। কিন্তু নিঃসহায় জীৱটোক মই আশ্ৰয় প্ৰদান কৰিলোঁ। মোৰ হাতেৰে তাক আহাৰ খুৱাবলৈ চাৰি সপ্তাহৰ প্ৰয়োজন হ'ল আৰু প্ৰায় আঠ সপ্তাহৰ পাচত গঁড়ালৰ দুৱাৰ খুলি তাক মুক্ত কৰি

দিলোঁ। সেই সময়ৰ পৰাই মোৰ কুকুৰটোৰ লগতে সিও মোৰ লগৰীয়া হৈ পৰিল। মোৰ তালৈ বৰ মৰম লাগিছিল আৰু সিয়ো মোক গ্ৰহণ কৰিছিল। এলচা আৰু অন্য এডাম্‌চনৰ দৰেই আমি একেলগে খেলাধূলা কৰি সময় কটাইছিলোঁ।

মই নিশ্চিত যে এই কিতাপখন আনন্দৰ এক উৎস হৈ ৰব আৰু আবালবৃদ্ধ সকলোকে বন্যপ্ৰাণী সংৰক্ষণ সম্পৰ্কে যথোচিত জ্ঞান দিয়াৰ উপৰিও তেওঁলোকৰ অন্তৰত আমাৰ লৈতে একেখন পৃথিৱীৰ অংশীদাৰ অৰণ্যত বাস কৰা জীৱজন্তুসমূহৰ প্ৰতি মৰমচেনেহৰ বান্ধোন দৃঢ় কৰাত সহায়ক হব।

শ্ৰীৰবীন বেনাৰ্জী

# পাতনি

জয় এডাম্চনৰ বিশ্ববিখ্যাত পুথি "বৰ্ণ্ ফ্ৰী" পঢ়ি বন্য জগতৰ প্ৰতি আন্তৰিকভাৱে আকৰ্ষিত হৈ পুথিখন অসমীয়ালৈ অনুবাদ কৰাৰ এটা ইচ্ছা পোষণ কৰিছিলোঁ। বন্ধুবৰ মাননীয় শ্ৰীযুক্ত হেমন্ত বৰদলৈ-দেৱে পুথিখন আনি হাতত তুলি দি অনুবাদ কৰিবলৈ উৎসাহ দিয়াত তেখেতক মোৰ কৃতজ্ঞতা জনালোঁ।

"বৰ্ণ্ ফ্ৰী" এডাম্চন দম্পত্তিৰ দ্বাৰা লালিত পালিত কেৱল এটি সিংহ পোৱালীৰ কাহিনীয়েই নহয়, ইয়াত জড়িত হৈ আছে পোহনীয়া জন্তু আৰু মানুহৰ মাজৰ সহৃদয়তা, মৰমস্নেহ আৰু গভীৰ বিশ্বাসৰ প্ৰাঞ্জল প্ৰকাশ। পোৱালীৰে পৰা মাতৃহীনা সিংহ পোৱালী এল্চাক তুলি তালি ডাঙৰ দীঘল কৰি পূৰ্ণ যৌৱনা তিনি বছৰীয়া সিংহী হোৱালৈকে মুক্তভাৱে লগত ৰাখি পাচত প্ৰকৃতিৰ বন্য ভূমিত স্বাধীনভাৱে বিচৰণ কৰিবলৈ এৰি দিয়া এক মৰ্মন্তুদ কাহিনী। তাৰ লগতে প্ৰকাশ পাইছে বিভিন্ন অৱস্থাত জন্তুবোৰৰ আচৰণ, সিহঁতৰ মাজৰ প্ৰকৃতিগত বিধিবিধান।

জয় এডাম্চনৰ বৰ্ণ্ ফ্ৰী-ৰ পাতনি লিখিবলৈ গৈ লৰ্ড উইলিয়াম পাৰ্চিয়ে উল্লেখ কৰিছে, "বহু হেজাৰ বছৰলৈকে পৃথিৱীত হয়তো এডাম্চন দম্পত্তিয়েই সিংহ এজনীক মুক্ত অৱস্থাত লগত ৰাখি চিকাৰ কৰিবৰ বাবে প্ৰশিক্ষণ দিবলৈ সমৰ্থ হোৱা প্ৰথম দম্পত্তি হৈ থাকিব।" এল্চাৰ আচৰিত ধৰণৰ আত্মসংযমৰ কথা ব্যক্ত কৰি তেখেতে উল্লেখ কৰিছে যে এনেকুৱা এটা হিংস্ৰ জন্তুৱে মতাম'হ এটাৰ লগত যুঁজ কৰি খঙত উত্তেজিত হৈ থকা অৱস্থাত আৰু নিজে ম'হটোৰ ওপৰত উঠি থাকোতেই এটা মানুহক তাৰ নিজৰ ধৰ্মীয় বিশ্বাস পূৰণাৰ্থে সেই মতাম'হটোৰ ডিঙি কাটিবলৈ সুযোগ দি পাচত তাক নদীখনৰ পাৰলৈ টানি নিয়াত যে সহায় কৰিব পাৰে সেইটো তাইৰ আত্মসংযমতকৈও বুদ্ধিমত্তাৰহে পৰিচায়ক।

এলচাৰ জীৱনত এডামচন দম্পতিৰ যি সময় আছিল মানুহ আৰু জন্তুৰ মাজত সেই বান্ধোন অবিশ্বাস্য। কল্পনাতকৈও যে সত্য অলীক হব পাৰে ই তাৰে প্ৰমাণ। এডামচন দম্পতিৰ প্ৰতি এলচাৰ ভালপোৱা আৰু বিশ্বাস বৰ গভীৰ আছিল। এলচাক মুক্ত কৰি এৰি দিব লগা হোৱাত তাই মনতে বৰ দুখ পাইছিল যদিও আপত্তি নকৰি বৰ দুখেৰে হলেও বন্যজীৱন আদৰি লবলৈ প্ৰয়াস কৰিছিল আৰু শেহান্তৰত বন্য জীৱনত নিজকে খাপ খুৱাই জীৱনসঙ্গী বাচি লৈ সংসাৰ কৰিবলৈ সমৰ্থ হৈছিল। অৱশ্যে তাৰ অন্তৰালত আছিল জয় এডামচনৰ মাতৃসুলভ মৰমচেনেহ ধৈৰ্য আৰু ত্যাগ। এলচাৰ মুক্তজীৱনৰ পাচৰ কাহিনী 'লিভিং ফ্ৰি' আৰু 'ফ্ৰি ফৰ এভাৰ' নামৰ আন দুখন কিতাপত লিপিবদ্ধ কৰিছে। জয় এডামচনৰ জীৱিত কালতেই বৰ্ণ ফ্ৰীৰ কাহিনীৰ আধাৰত সেই নামেৰেই এখন বহু সমাদৃত কথাছবি নিৰ্মাণ হৈছে।

কিন্তু অতি দুখৰ বিষয় যি এডামচন দম্পতিয়ে মৰম আৰু বিশ্বাসেৰে বনৰ সিংহী এলচাক আপোন কৰি লব পাৰিছিল সেই বন্যজন্তুৰ সংৰক্ষক জৰ্জ এডামচন আৰু তেওঁৰ পত্নী জয় এডামচনক মানুহৰ জগতখনে প্ৰতাৰণা কৰিলে। তেওঁলোক মানুহৰ নৃশংসতাৰ বলি হব লগাত পৰিল। জয় এডামচনক অৰ্থৰ লোভত নিগ্ৰ লগুৱা এটাই হত্যা কৰিলে আৰু কেইবছৰমানৰ পাচত ১৯৮৯ চনত বন্ধু এগৰাকীক ৰক্ষা কৰিবলৈ গৈ বৃদ্ধ জৰ্জ এডামচন আফ্ৰিকাৰ জঙ্গলত ডকাইতৰ গুলিত নিহত হ'ল। এলচাৰ কাহিনীয়ে পৃথিৱীত তেওঁলোকক অমৰ কৰি ৰাখিব।

বিখ্যাত পুথিখনি অনুবাদ কৰোঁতে কিমান দূৰ সফল হৈছোঁ সেই কথা সহৃদয় পাঠকলৈ এৰি দিছোঁ। মাত্ৰ বিনিতভাৱে নিবেদন কৰিব খোজোঁ যে এই ক্ষেত্ৰত মোৰ আন্তৰিকতাৰ অভাৱ হোৱা নাই।

পুথিখনৰ পাণ্ডুলিপি প্ৰস্তুত কৰাত নানা ধৰণে সহায় কৰা বাবে স্নেহভাজন গৌতম বৰদলৈ, দেবেন পাচুৱন আৰু আমাৰ তিনি পুত্ৰ

অসমত অম্লান আৰু প্ৰাঞ্জলৰ শলাগ লওঁ। পুথিখন প্ৰকাশৰ বাটত আগুৱাই দিয়াত সাহিত্য অকাডেমি বঁটা বিজয়ী শ্ৰদ্ধেয় ড° লক্ষীনন্দন বৰা দেৱলৈ মোৰ আন্তৰিক কৃতজ্ঞতা থাকিল। স্টুডেণ্ট্‌চ্‌ এম্প'ৰিয়ামৰ হৈ পুথিখন ছপোৱাৰ দায়িত্ব লোৱা বাবে শ্ৰীযুক্ত মৃণালকান্তি ভট্টাচাৰ্য দেৱলৈ মোৰ অশেষ ধন্যবাদ ৰ'ল। ছুআষাৰ লিখি অনুবাদ কিতাপ-খনৰ সৌষ্ঠৱ বৃদ্ধি কৰাৰ বাবে আন্তৰ্জাতিক খ্যাতিসম্পন্ন বন্যপ্ৰেমী পদ্মশ্ৰী ডাঃ ৰবীন বেনাৰ্জী দেৱলৈ মোৰ শ্ৰদ্ধা নিবেদন কৰিলোঁ।

অসম কৃষি বিশ্ববিদ্যালয় — মীৰা বৰা
যোৰহাট-১৩
১৩।৩।৯০

## আগকথা

"বৰ্ণ ফ্ৰী" এডামচন দম্পত্তিৰ দ্বাৰা সিংহ পোৱালী এলচাক তুলি তালি ডাঙৰ দীঘল কৰি চিৰিয়াখানাৰ আবেষ্টনীৰ মাজলৈ নপঠাই বনত মুকলি কৰি দি স্বগোত্ৰৰ লগত স্বাভাৱিক বন্যজীৱন দান দিয়াৰ এক মৰ্মস্পৰ্শী কাহিনী। সিংহ পোৱালী এলচাৰ ধেমালি, সাহস, তেওঁলোকৰ প্ৰতি মৰম আৰু জন্তু হলেও তাইৰ বিবেক বুদ্ধিৰ পৰিচয় গ্ৰন্থ লিখিকা মিচেচ জয় এডামচনৰ বৰ্ণনাত সজীৱ হৈ উঠিছে। তাইক মুকলি কৰি দি হোৱা তেওঁলোকৰ মনৰ বেদনা আৰু এলচাৰও মনোকষ্ট বৰ মৰ্মন্তুদ। বন্য জন্তুৰ সংৰক্ষক বনৰক্ষী বিষয়া জৰ্জ এডামচন আৰু তেওঁৰ পত্নীক কিন্তু মানুহৰ জগতে নৃশংসভাৱে প্ৰতাৰণা কৰিলে। অৰ্থৰ লোভত জয় এডামচনক আফ্ৰিকা দেশীয় নিগ্ৰো লগুৱা এটাই হত্যা কৰিলে আৰু কেইবছৰ মানৰ পাচত '৮৯ৰ চেপ্তেম্বৰ মাহত জৰ্জ এডামচন ডকাইতৰ গুলিত নিহত হ'ল।

"বৰ্ণ ফ্ৰী" এই বিখ্যাত গ্ৰন্থখনিৰ মুকলি অনুবাদ কৰি অসমৰ ল'ৰাছোৱালী আৰু বন্যপ্ৰেমী পঢ়ুৱৈ সমাজলৈ আগবঢ়াই দিয়া হ'ল। হয়তো বহুতো দোষ-ত্ৰুটী থাকি গৈছে, তাৰবাবে ক্ষমা প্ৰাৰ্থনা জনালোঁ। অনুবাদ গ্ৰন্থখনিয়ে অসমৰ পঢ়ুৱৈ সমাজৰ পৰা সমাদৰ পালে সেয়ে আশীৰ্বাদ স্বৰূপ হব।

—মীৰা বৰা

অনুবাদিকা

## ॥ পুথিখনৰ প্ৰকাশকৰ টোকা ॥

'বৰ্ণ্ ফ্ৰী'ৰ প্ৰথম তাঙৰণত আমি পাচৰ কথাখিনি লিখি জনাবলৈ সমৰ্থ হৈছিলোঁ, এই কাহিনীৰ অন্তত আমি ডিচেম্বৰৰ শেষত এখন কেবল্ পালোঁ, "পোৱালী ২০ তাৰিখে জন্ম হ'ল।"

—এডামচন।

মোৰ স্বামী অসম কৃষি বিশ্ববিদ্যালয়ৰ উপাচাৰ্য পূজ্যপাদ ডঃ প্ৰফুল্লচন্দ্ৰ বৰা দেৱৰ হাতত।

—মীৰা বৰা

## প্ৰথম অধ্যায়

## পোৱালী অৱস্থা

বহু বছৰ ধৰি আমি কেনিয়াৰ উত্তৰ সীমান্ত প্ৰদেশৰ বাসিন্দা আছিলোঁ। একলাখ সত্তৰ হেজাৰ বৰ্গমাইল জোৰা কাঁইটীয়া জঙ্ঘলেৰে ঘেৰা প্ৰায় শুকান এই বিৰাট প্ৰান্তৰ কেনিয়াৰ পৰ্ব্বত-মালাৰপৰা আবিচিনিয়াৰ সীমালৈকে বিস্তৃত আছিল।

আফ্ৰিকাৰ এই অঞ্চলটোত সভ্যতাৰ ঢৌৱে প্ৰৱেশ কৰা নাছিল। বাহিৰৰপৰা কোনো লোক আহি ইয়াত বসতি কৰাও নাছিল। তাৰ আদি বাসিন্দাসকলে তেওঁলোকৰ উপৰিপুৰুষসকলে যিদৰে জীৱন নিৰ্ব্বাহ কৰিছিল, সেই গতিৰে দিন কটাইছিল। অঞ্চলটোত চাৰিওফালে নানা ধৰণৰ জীৱ-জন্তুৱে বিচৰণ কৰি ফুৰিছিল।

মোৰ স্বামী জৰ্জ্জ এই বিৰাট অঞ্চলটোৰ এজন উচ্চথাপৰ বনৰক্ষী বিষয়া। আমাৰ ঘৰটো প্ৰদেশখনৰ দক্ষিণ সীমাত ইচিঅলু নামৰ এখন সৰু চহৰৰ ওচৰত আছিল। নগৰখন প্ৰায় ত্ৰিশজনমান শ্বেতাঙ্গ লোকৰ পৰিয়ালৰ বসতি স্থান। তেওঁলোকৰ সকলোৱেই সেই অঞ্চলৰ প্ৰশাসনৰ লগত জড়িত বিভিন্ন বিভাগৰ দায়িত্বত থকা চৰকাৰী চাকৰিয়াল।

জৰ্জ্জৰ দায়িত্ব বহুতো। যেনে জঙ্ঘলত আইন প্ৰৱৰ্ত্তন কৰা, চোৰাং চিকাৰ ৰোধ কৰা আৰু ওচৰৰ জনজাতীয়সকলক ভক্ষণ কৰিবলৈ অহা ভয়ঙ্কৰ জন্তুবোৰক নিপাত কৰা। কৰ্ত্তব্যৰ খাতিৰত তেওঁ বহু দূৰলৈকে ভ্ৰমণ কৰিব লগা হৈছিল। এই ভ্ৰমণবোৰক আমি চাফাৰি বুলি কৈছিলোঁ। মোৰ পক্ষে যোৱাটো

সম্ভৱ হ'লেই মই মোৰ স্বামীৰ লগত এই চাফাৰিবোৰত যাওঁ। এইদৰে যোৱাৰ বাবে অপৰিবৰ্ত্তীত এই বনৰীয়া অঞ্চলটোৰ কঠিন জীৱনধাৰণ আৰু প্ৰকৃতিৰ নিয়মৰ কবলত থকা বন্যভূমিৰ লগত পৰিচিত হোৱাৰ অতুলনীয় সৌভাগ্য হৈছিল।

মোৰ এই কাহিনীৰ আৰম্ভণি এনে এটা চাফাৰিৰ লগত জড়িত। এবাৰ 'বৰাণ' জনজাতিৰ মানুহ এজনক নৰখাদক সিংহ এটাই মাৰিলত জৰ্জ্জক খবৰ দিলেহি, লগতে সিংহটো ওচৰতে পাহাৰ এটাত দুজনী সিংহী লৈ থাকে বুলিও জনালে। গতিকে জৰ্জ্জ সিহঁতক বিচাৰি যাব লগা হ'ল।ময়ো জৰ্জ্জৰ লগত ওলালোঁ আৰু আমি গৈ ইচিঅলুৰ উত্তৰ কোণত বৰাণ জনজাতিসকলৰ মাজত কেম্প কৰিলোঁ।

সেইদিনা আছিল ১৯৬৫ চনৰ পহিলা ফেব্ৰুৱাৰী। কেম্পত মই অকলে 'পেটিৰ' লগত আছিলোঁ। তাই মোৰ পোহনীয়া জন্তু, দেখাত গিনিপিগটোৰ দৰে কিন্তু ভৰি আৰু দাঁতৰ হাড়ৰ গঠনৰ গঁড় আৰু হাতীৰ লগত সাদৃশ্য আছে। ই এটা ঘোংজাতীয় জন্তু। চাৰে ছবছৰ তাই মোৰ লগতে আছে।

মোৰ কান্ধত উঠি নিৰাপদ হৈ, তাইৰ কোমল নোমবোৰ মোৰ ডিঙিত লগাই মোৰ গাত লেপেট খাই লাগি থাকি তাই চাৰিও-ফালৰ পৰিবেশ নিৰীক্ষণ কৰিছিল। আমাৰ চাৰিওফালে শুকান গ্ৰেনাইটৰ পথাৰ, কেৱল অ'ত ত'ত অলপ ঘাঁহ বন; কিন্তু তথাপিও নানা ধৰণৰ হৰিণা আৰু সেই শুকান ঠাইত অভ্যস্ত হোৱা বেলেগ বেলেগ জীৱ-জন্তুবোৰ বিচৰণ কৰি ফুৰা দেখিছিলো। সিহঁতে বোধহয় কেতিয়াবাহে পানী বিচাৰি হাবাথুৰি খায়।

হঠাতে গাড়ীৰ শব্দ শুনি মই গম পালোঁ যে সময়ৰ বহু আগতেই জৰ্জ্জ ঘূৰি আহিছে। অলপ পাচতেই আমাৰ লেণ্ডৰ'-ভাৰখন জোহোপাবোৰৰ মাজেৰে আহি আমাৰ তম্বুৰ ওচৰত উপস্থিত হলত জৰ্জ্জৰ চিঞৰ আহি মোৰ কাণত পৰিল,

"জয়, তুমি ক'ত আছা ? বেগাই আহা, তোমালৈ কিবা এটা আনিছোঁ।"

কান্ধত পেটিক লৈয়েই মই দৌৰি ওলাই আহিলোঁ। আহিয়েই সিংহৰ ছালখন চকুত পৰিল। মই প্ৰশ্ন কৰাৰ আগতেই জৰ্জ্জে গাড়ীৰ পাচ ফাললৈ আঙুলিয়াই দেখুৱালে। তাত তিনিটা সিংহ পোৱালী আছিল। তিনিওটাকে ফুট্ ফুটীয়া নোমৰ বল যেন দেখাইছিল। কিয়নো তিনিওটাই মুখকেইখন লুকুৱাবলৈ চেষ্টা কৰিছিল। পোৱালী-কেইটা ওপজা কেইদিনমানহে হৈছে। চকুকেইটাৰ ওপৰৰ নীলা চামনিখন গুচাই নাছিল। সিহঁত বগাব পৰা হোৱা নাই যদিও পলাবলৈ বৰকৈ চেষ্টা কৰিছিল। পোৱালীকেইটাক আৰাম দিবলৈ মই তুলি লোৱাৰ লগে লগে জৰ্জ্জে বৰ দুখেৰে ঘটনাটো কবলৈ ধৰিলে ঃ পুৱতি নিশাতে কেইজনমান জনজাতিয় লোকে জৰ্জ্জ আৰু বনৰক্ষী বিষয়া কে'নক নৰখাদক সিংহটো শুই থকা ঠাইলৈ বাট-দেখুৱাই লৈ গৈছিল। প্ৰথম পোহৰ পৰোতেই শিলৰ আঁৰৰপৰা সিংহ এজনী ওলাই আহি তেওঁলোকক আক্ৰমণ কৰিলে। তাইক মাৰিবলৈ তেওঁলোকে ইচ্ছা কৰা নাছিল। কিন্তু তাই নিচেই ওচৰতে থকা বাবে আৰু সম্মুখৰ বাটটোও বৰ জঙ্ঘলময় হোৱাত জৰ্জ্জে কে'নক তাইলৈ গুলীয়াবলৈ নিৰ্দ্দেশ দিবলগীয়া হ'ল। কে'নৰ গুলি লাগি তাই আহত হ'ল। আহত সিংহীজনী আঁতৰি গ'লত তেওঁ-লোক আগবাঢ়িল। সিংহীজনী যোৱা বাটটো তেজৰ চেকা পৰি পৰি ওপৰলৈকে উঠি যোৱা দেখা পালে। এখোজ দুখোজ কৰি বৰ সন্তৰ্পণে তেওঁলোকে পাহাৰটোৰ ভাঁজটোত উঠি এটা বৰ ডাঙৰ সমান শিল পালেগৈ। কেউফালে ভালকৈ নিৰীক্ষণ কৰিবলৈ জৰ্জ্জে শিলটোত উঠিল আৰু কে'নে তলত থাকি চাৰিওফালে চাবলৈ ধৰিলে। ওপৰৰ পৰা জৰ্জ্জে শিলটোৰ তললৈ জুমাজুমি কৰি ৰাইফলটো দাঙি লৈ দুজাই গুলি মাৰিলে আৰু লগে লগে সিংহৰ গোজৰনি শুনিবলৈ পালে। সিংহীজনী ওলাই আহিল আৰু পোনেই কেনলৈ

চোঁচা ললে। কেন জর্জ্জৰ বন্দুকৰ নিচানৰ আগত পৰাত গুলীয়া-বলৈ জৰ্জ্জ বৰ মস্কিলত পৰিল। কিন্তু ভাগ্যক্রমে যেনিবা চিকাৰী স্কাউট এজনে সুবিধা ঠাইত থকা বাবে গুলি মাৰি বগৰাই দিলত জৰ্জ্জে গুলি কৰি তাইক মাৰিবলৈ সমৰ্থ হ'ল।

সিংহীজনী বৰ ডাঙৰ আৰু গাভৰু আছিল। তাইৰ ওহাৰৰ বাটযোৰ গাখীৰেৰে উপচি আছিল। তাইক দেখিহে জৰ্জ্জে উপলব্ধি কৰিব পাৰিলে যে ইমান খং কৰি সাহসেৰে তেওঁলোকৰ সম্মুখীন হোৱাৰ গুৰিতে আছিল তাইৰ পোৱালী কেইটাক ৰক্ষা কৰাৰ উদ্দেশ্য। আগতে এই কথা ধৰিব নোৱাৰাত জৰ্জ্জে নিজকে দোষাৰোপ কৰি বৰ আক্ষেপ কৰিবলৈ ধৰিলে।

মাকজনী মৰিলত জৰ্জ্জে আটাইকে পোৱালীকেইটা বিচাৰিবলৈ ক'লে। অলপ সময়ৰ পাচতে তেওঁ আৰু কেনে শিলৰ মাজৰ ফালৰ-পৰা অহা অকণ অকণ শব্দ শুনিবলৈ পালে। তেওঁলোকে যিমান দূৰলৈ পাৰে ভিতৰলৈ হাত ভৰাই দিলে। ভিতৰৰপৰা পোৱালীবোৰৰ গোঁজৰনি আৰু ঘৰঘৰনি শুনিবলৈ পোৱা গ'ল। আগত হাকোটা থকা মাৰি এডাল কাটি ভিতৰলৈ সুমোৱাই দি বহু কষ্টৰ মূৰত পোৱালীকেইটা বাহিৰলৈ উলিয়াই আনিলে। সিহঁতৰ জন্ম হোৱা দুই তিনি সপ্তাহতকৈ বেছিদিন হোৱা নাছিল। সিহঁতক গাড়ীলৈ অনা হ'ল। ডাঙৰ দুটাই খঙত গুজৰি গুমৰি দপদপাই আছিছিল। সিহঁতৰ ভিতৰত আটাইতকৈ টিকিৰা সৰুফুটীয়াটোৱে কোনো আপত্তি নকৰাকৈ নিৰ্ব্বিকাৰ হৈ আহি আছিল। এই পোৱালী তিনিটা এতিয়া মোৰ কোলাত পাই আদৰ সাদৰ কৰি নোপোৱাই পোৱাদি মৰম কৰিবলৈ ধৰিলোঁ।

আমাৰ পোহনীয়া পেটিয়ে স্বভাৱতে আনক মৰম কৰা দেখিব নোৱাৰে। কিন্তু মোক আচৰিত কৰি তাইয়ো সিহঁতৰ মাজত সোমাই বন্ধু হৈ গ'ল। সেইদিনৰেপৰা সিহঁত চাৰিওটা এটা অভিন্ন গোট হৈ পৰিল। প্রথম অৱস্থাত পেটিয়েই আকৃতিত আটাইতকৈ

ভাগুৰ আছিল। বয়সো ছবছৰ হোৱাত লুথুপ থুপকৈ, পৰো পৰো কৈ ফুৰা পুতলাহেন সিংহ পোৱালিকেইটাৰ তুলনাত, চাল-চলনত গাম্ভীৰ্য্যপূৰ্ণ আছিল।

দুদিন পাৰ হৈ যোৱাৰ পাচতহে সিংহ পোৱালী কেইটাই আমি দিয়া গাখীৰ খাবলৈ ললে। তাৰ আগলৈকে মই যিমান ধৰণেই খুৱাবলৈ চেষ্টা কৰিলোঁ। সিহঁতে কেৱল নগ্‌ লগ্‌ নগ্‌ লগ্‌ কৈ নাক কোঁচাই আপত্তি কৰিছিল। সাইলাখ আমিও মাত মুফুটালৈকে আৰু "নাই নাখাওঁ" বুলি কব পৰাৰ আগলৈকে হয়তো তেনেকুৱাকে কৰোঁ।

গাখীৰ খাবলৈ ললে যদিও পোৱালী কেইটাই বেছি খাব নোৱাৰিছিল। সেইবাবে মই দুঘণ্টাৰ মূৰে মূৰে গাখীৰখিনি অলপ গৰম কৰি বেতাঁৰযন্ত্ৰৰ সঁজুলিৰপৰা অনা এডাল লেহুকা ৰবৰৰ নলী ডালকৈ ধুই মুখত দিওঁ। নলীডালৰ আগটো চুপি চুপি সিহঁতে খায়। কেচুৱাৰ গাখীৰ খোৱা বটল পাচতহে যোগাৰ কৰিব পাৰিছিলোঁ, কিয়নো আমাৰ আটাইতকৈ ওচৰৰ আফ্ৰিকা দেশীয় বজাৰখন কমেও পঞ্চাচ মাইল নিলগত আছিল। আমি অৱশ্যে লগে লগেই পোৱালীকেইটাৰ বাবে ৰবৰৰ টিউবৰ বাহিৰেও মিঠা নথকা গাখীৰ; কড্‌লিভাৰ অইল, গ্লুকজ আনিবলৈ মানুহ পঠাইছিলোঁ। তাৰ লগতে ডেৰশ মাইল দূৰত থকা ইচিঅ'লুৰ ডিষ্ট্ৰিক কমিচনাৰলৈ সিংহ পোৱালীকেইটা লৈ এসপ্তাহৰ ভিতৰতে গৈ পোৱাৰ খবৰ জনাই জৰুৰী বাৰ্তা পঠোৱা হ'ল আৰু সিহঁতৰ কাৰণে আৰামদায়ক গঁড়াল এটা সাজু কৰি থবলৈও অনুৰোধ কৰা হ'ল।

কেইদিনমানৰ ভিতৰতে পোৱালীকেইটাই ঘৰ ললে আৰু সকলোৰে মৰমৰ হৈ পৰিল। পেটিয়ে নিজকে সিহঁতৰ 'নানি' সাজি সিহঁতৰ দায়িত্ব ললে। তাই পোৱালিকেইটাক বৰ মৰম কৰিছিল। পোৱালিকেইটাই তাইৰ ওপৰত উঠি বাগৰিলে বা টনাটনি কৰিলেও

তাই বেয়া নোপোৱা হ'ল। তিনিওটা পোৱালী মাইকী আছিল। পিচে সিহঁতৰ প্ৰত্যেকৰে কিছুমান নিজা বৈশিষ্ট্য আছিল। দেখাত আটাইতকৈ ডাঙৰটোৱে নিজকে আটাইকেইটাৰ ওপৰত বুলি ভাবিছিল যদিও আটাইকেইটালৈ তাইৰ মৰমটো বেলেগ আৰু সহানুভূতিপূৰ্ণ আছিল। দ্বিতীয়টো 'ক্লাউন' মানে বহুৰাধৰণৰ আছিল। সদায় স্ফূৰ্ত্তি কৰি উৎপাত কৰি থাকে। গাখীৰ খাওঁতেও বটলটো আগঠেং দুটাৰ হাতোৰাৰে ধৰি জোকাৰি জোকাৰি বিমল আনন্দত চকু মুদি খায়। তাইক মই 'লুষ্টিচিয়া' নাম দিছিলোঁ, তাৰ অৰ্থ আনন্দময়ী।

তৃতীয় পোৱালীটো দেখাত বৰ সৰু আৰু দুৰ্ব্বল। কিন্তু বৰ সাহসী। তাই কেউফালে ঘুৰি পকি ফুৰিছিল আৰু কেতিয়াবা কিবা সন্দেহজনক বস্তু দেখিলে বাকী কেইটাই তাইক আগবঢ়াই দিছিল। মই তাইক এল্‌চা নাম দিছিলোঁ, কিয়নো তাইৰ ধৰণ কৰণ আৰু কামবিলাকে প্ৰতি মুহূৰ্ত্তে মোক এলচা নামৰ এগৰাকী মহিলাৰ কথাই মনত পেলাই দিছিল।

সিংহৰ জাকত থকা হলে হয়তো এল্‌চাক আটায়ে লেই লেই চেই চেই কৰিলে হয়। সাধাৰণতে এবাৰত চাৰিটা পোৱালীৰ জন্ম হয়। তাৰে এটা জন্মৰ পাচতে প্ৰায়ে মৰে আৰু এটা দুৰ্ব্বল হৈ ওপজে। সেইবাবে সিংহী এজনীৰ লগত সাধাৰণতে দুটাহে পোৱালী দেখা যায়। দুবছৰ নোহোৱালৈকে মাকে পোৱালী কেইটাৰ যত্ন লয়। প্ৰথম এবছৰ মাকে পোৱালীৰ বাবে আহাৰ সংগ্ৰহ কৰি সিহঁতে খাব পৰাকৈ চোবাই মেলি পৰিবেশন কৰে। দ্বিতীয় বছৰত পোৱালীবোৰক চিকাৰ ধৰাত ভাগ লবলৈ দিয়া হয়, কিন্তু আত্মসংযম কৰিব নোৱাৰিলে কঠোৰ ভাবে দমন কৰা হয়। এই বয়সত নিজে চিকাৰ কৰিব নোৱাৰাৰ বাবে ডাঙৰে চিকাৰ কৰি আহাৰ গ্ৰহণ কৰাৰ পাচতহে অৱশিষ্টখিনি সিহঁতে খাবলৈ পায়। প্ৰায়ে সিহঁতলৈ নেথাকেই, সেইবাবে এই অৱস্থাত

পোৱালীবোৰ বৰ লেৰেলা চেপেটা হৈ থাকে। কেতিয়াবা ভোকত থাকিব নোৱাৰি ডাঙৰৰ মাজত সোমাই হেতা ওপৰা কৰিলে প্ৰায়ে মৰিবলগীয়া হয় বা সিহঁতে নিজেই দল এৰি আহি চিকাৰ কৰিব নজনাৰ বাবে বৰ কষ্ট ভোগ কৰিবলগীয়াত পৰে। প্ৰকৃতিৰ নিয়ম বৰ কঠোৰ। সিংহবোৰে জন্মৰপৰাই অশেষ কষ্টেৰে এই বিধিবোৰ পালন কৰিব লগা হয়।

সিংহপোৱালী তিনিটা আৰু পেটি, এই চাৰিওটাই দিনটোৰ বেছি ভাগ সময় টম্বুৰ ভিতৰত মোৰ কেম্পবেড্ খনৰ তলতে সোমাই থাকে। এই ঠাইকণেই সিহঁতক ওলাই সোমাই ফুৰিব দিয়া ঠাই ডোখৰৰ নিচেই কাষতে আৰু নিৰাপদ বুলি সিহঁতে ধৰি লৈছিল। সিহঁত স্বা ভাৱিকতে ঘৰচীয়া হৈ পৰিছিল আৰু বাহিৰৰ বালিখিনিলৈ ওলাই যাওঁতে বৰ সাৱধানেৰে গৈছিল। প্ৰথম কেইদিনত কেইটামান দুৰ্ঘটনাও নোহোৱা নহয়। এবাৰ দৈবক্ৰমে বালিত এডোঙা পানী দেখি সিহঁতে বিৰক্তিত অতিষ্ঠ হৈ দেখিলে হাঁহি উঠাকৈ মুখৰ বিভিন্ন ভঙ্গী কৰি মাওঁ মাওঁ কৈ চিঞৰিছিল। পোৱালীকেইটা সকলো ফালৰপৰা পৰিষ্কাৰ আছিল। সিহঁতৰ গাবোৰ নোগোন্ধাইছিল। মৌজোলৰ দৰে বা কডলিভাৰ অইলৰ নিচিনা ভাল গোন্ধ এটাহে সিহঁতৰ গাৰপৰা আহিছিল। সিহঁতৰ জিভাবোৰ ইতিমধ্যে চিৰিচ কাগজৰ দৰে খহটা হৈ পৰিছিল। আৰু ডাঙৰ হোৱাৰ লগে লগে আৰু বেছি খহটা হৈছিল। সিহঁতে আমাক মৰমতে চেলেকিলে আমাৰ সাজপাৰৰ মাজেৰেও আমি সিহঁতৰ খহতা জিভাৰ পৰশ অনুভৱ কৰিছিলোঁ।

দুসপ্তাহৰ পাচত আমি ইচিঅনুলৈ উভতি অহাত আমাৰ কেঁচুৱা-কেইটাই এটা ৰাজকীয় প্ৰাসাদোপম ঘৰ পালে আৰু প্ৰায় সকলোৱেই সিহঁতক চাবলৈ আগবাঢ়ি আহিল। সিহঁতে ইউৰোপীয়সকলক, বিশেষকৈ সৰু সৰু লৰাছোৱালীবোৰক ভাল পাইছিল। কিন্তু আফ্ৰিকাদেশীয় লোকক দেখিব নোৱাৰিছিল। কেৱল নুৰু নামৰ

চুমালি লবাটোকহে ভাল পাইছিল। সুৰ আমাৰ বাগানৰ মালি আছিল। পিচে এতিয়া আমি সিংহ পোৱালীকেইটা তাৰ তত্বাৱধানত দি তাক সিংহৰ তত্বাৱধায়ক পাতিলোঁ। এই নতুন পদবীটো পাই সি মনত বৰ বং পালে। কাৰণ তাৰ পদমৰ্য্যাদা বাঢ়িল আৰু লগতে পোৱালীকেইটা ঘৰে বাহিৰে ঘূৰি ফুৰি ভাগৰ লাগি যেতিয়া গছৰ ছাঁত শোৱেগৈ সুকৰে কেবা ঘণ্টা জুৰি সিহঁতৰ কাষতে থাকিব লাগিছিল যাতে কোনো সাপ বা বেবুনে সিহঁতক আক্ৰমণ কৰিব নোৱাৰে।

পোৱালীকেইটাক দুসপ্তাহ কড্‌লিভাৰ অইল, গ্লুকজ, ব'নমিল আৰু সামান্য নিমখ মিহলোৱা মিঠা নোহোৱা গাখীৰ খুওৱা হৈছিল। কেইদিনমানৰ পাচত দেখা গ'ল যে সিহঁতক তিনি ঘণ্টাৰ মূৰে মূৰে খুৱালেও হয়। সেয়ে লাহে লাহে ব্যৱধানটো দীঘলীয়া কৰি দিয়া হ'ল। সিংহ পোৱালীকেইটাৰ চকুযোৰ এতিয়া ভালকৈ মেল খালে যদিও দূৰৰ বস্তু ভালকৈ ধৰিব পৰা হোৱা নাছিল আৰু প্ৰায়ে লক্ষ্যভ্ৰষ্ট হৈছিল। আমি সিহঁতক ৰবৰৰ বল আৰু টিউব লৈ খেলিবলৈ দিলোঁ। টিউববোৰ লৈ সিহঁতে টাগ্‌ অৱ ওৱাৰ খেলি বৰ মজা পাইছিল। ৰবৰৰ বা তেনেকুৱা কোমল লেহুকা বস্তুবোৰ সিহঁতৰ বৰ পচন্দ হৈছিল। সিহঁতে সেই টিউববোৰে ইটোৱে সিটোৰপৰা কাঢ়াকাঢ়ি কৰিছিল। যাৰ হাতত টিউবটো থাকে তাক একাষৰপৰা আহি টিউবটোৰে সৈতে মূৰেৰে বা গাৰে ওপৰত পৰি হেঁচি ধৰি কাঢ়ি আনিবলৈ চেষ্টা কৰিছিল। নোৱাৰিলে গাৰ সমস্ত জোৰেৰে টিউবটোত টান মাৰিছিল। কেনেবাকৈ এটাই টিউবটো আনিব পাৰিলে সেইটোকে লৈ বাকী কেইটাৰ আগেদি অহা যোৱা কৰি "মোৰ পৰা কোনে নিব পাৰে চাওঁ" এনে ভাব প্ৰদৰ্শন কৰি ঘূৰি ফুৰিছিল। তথাপিও যদি কোনো এটাই তাৰপৰা কাঢ়ি নিব নিবিচাৰে তেতিয়া এটা এটাকৈ সিহঁতৰ নাকৰ আগত থৈ দি নোচোৱাৰ ভাও ধৰে।

সিহঁতে ইটোৱে সিটোক অপ্ৰস্তুত অৱস্থাত ঘপকৈ ধৰি বগৰাই দিয়ে। আনকি আমাকো মনে মনে জোপ লৈ আমি গম নোপোৱাকৈ হঠাৎ থাপ মাৰি ধৰে। কেতিয়া কেনেকৈ এই কাম কৰিব লাগে বেছ জানে। সিহঁতে সদায় পাচফালৰপৰা আক্ৰমণ কৰে। মাটিত লেপেট খাই চুঁচৰি গাটো ঢাকি ঢাকি ওচৰ চাপে আৰু অলপ দূৰৰপৰা উৰি যোৱাদি জাপমাৰি গৈ পিঠিত পৰি মাটিত বগৰাই দিয়ে। আমাক এনেকৈ চুপি চুপি আক্ৰমণ কৰিবলৈ আহিলে জাপ মাৰি গাত নপৰালৈকে আমি নেদেখাৰ ভাও ধৰি আনফালে চাই থাকোঁ। এনে কৰিলে পোৱালীকেইটাই বৰ স্ফূৰ্ত্তি পায়।

পেটিয়েও সিহঁতকেইটাৰ লগত খেলত যোগ দিব খোজে। কিন্তু সিহঁতকেইটা অতি সোনকালে ডাঙৰ হৈ তাইৰ তিনি গুণ হ'ল। গতিকে সিহঁতৰ হাতোৰাৰ কোব আৰু হেঁচাখোৱাৰপৰা নিজকে সদায় সাৱধানে ৰাখে। কিন্তু আন সময়ত তাই তাইৰ কৰ্ত্তৃত্ব বজাই ৰাখিছিল। সিহঁতকেইটাই তাইক বেছিকৈ আমনি কৰিলে সিহঁতৰ ফালে ঘূৰি চাই মুখামুখি হৈ সিহঁতক শান্ত কৰে। তাইৰ সাহস দেখি মোৰ বৰ ভাল লাগে। ইমান অকণমানি প্ৰাণী এটাৰ সিংহপোৱালীকেইটাৰ আগত তাইৰ নিৰ্ভিকতা দেখুৱাবলৈ যথেষ্ট সাহসৰ প্ৰয়োজন। কিয়নো তাইৰ একমাত্ৰ প্ৰতিৰোধৰ উপায় তাইৰ জোঙা দাঁত কেইটা, তৎপৰতা, বুদ্ধি আৰু মনোবল।

জন্মৰ পাচৰপৰাই তাই আমাৰ লগত থাকি আমাৰ জীৱনধাৰাৰ লগত মিলি গৈছিল। তাইৰ লগৰ আন ঘোঙৰ দৰে তাই নিশাচৰ নহয়। ৰাতি মোৰ ডিঙিত মেৰ খাই থাকি তাই টোপনি গৈছিল। তাই নিৰামিষ ভোজী কিন্তু ৰাগিয়াল বস্তুৰ প্ৰতি বৰ হেঁপাহ। যেতিয়াই সুবিধা পাই কৰ্ক খুলি বটলটো টানি আনি শেষ কৰি পান কৰে। তাইৰ মন আৰু স্বাস্থ্যৰ প্ৰতি লক্ষ্য ৰাখি এইটো যিহেতু বৰ বেয়া কথা, সেইবাবে আমি হুইস্কি জীনৰ বটলবোৰ সদায় সাৱধানে আঁতৰাই ৰাখিছিলোঁ।

তাইৰ শৌচপেচাব কৰাৰ ধৰণো বৰ আচৰিত আছিল। বৰ হাউবেল্সবিলাকে সদায় একেঠাইতে, বিশেষকৈ শিলৰ দাঁতিত নিত্য-কৰ্ম্ম কৰে। ঘৰত পেটিয়ে পায়খানাটোৰ কমডৰ বহাচিটবোৰৰ দাঁতিত বহি শৌচ কৰে। দেখি বৰ হাঁহি উঠে। চাফাৰিবিলাকত পায়খানাৰ অভাৱত তাই বৰ অসুবিধাত পৰে। সেইবাবে আমি সৰু পায়খানা এটা তাইৰ বাবে ব্যৱস্থা কৰি দিছিলোঁ। তাইৰ গাত কোনো চিকৰা বা ওকনি নাছিল যদিও তাই অনবৰতে গা খজুৱাই থকা দেখি আচৰিত হৈছিলোঁ। টিপচি গঁড় এটাৰ দৰে তাইৰ ভৰিৰ নখবোৰ ঘূৰণীয়াকৈ আগফালে চাৰিটা আৰু পাচফালে তিনিটা আছিল। পাচফালৰ ভৰিৰ আঙুলিৰ ভিতৰ ফালে হাতোৰা আছে। এই হাতোৰাৰ সহায়তে তাই তাইৰ গাৰ নোমবোৰ ব্ৰাচ কৰাৰ দৰে আঁচুৰি আঁচুৰি জিলিকাই থয়। গা খজুৱাৰ কাৰণ তাইৰ এইটোৱেই আছিল। পেটিৰ নেগুৰ নাছিল। পিঠিত ঠিক বাজহাড়ৰ ওপৰত এডাল ফিটাৰ দৰে এটা বগা গ্লেণ্ড তাইৰ ধোৱাঁবৰণীয়া গাটোত জিলিকি আছিল। তাই স্ফুৰ্ত্তিত কব নোৱাৰা হ'লে বা ভয় খালে এই গ্লেণ্ডৰপৰা ঘাম ওলায়। সিংহ পোৱালীকেইটা ডাঙৰ হৈ অহাত সিহঁতে ধেমালিতে তাইৰ লগত লপা থপা কৰিবলৈ আহিলেও ভয়তে তাইৰ নোমবোৰ প্ৰায়ে ঠৰঙা হৈ যায়। তাই জাপ মাৰি খিৰিকিৰ পাল্লাত, জখলাত বা আন ওখ ঠাইত নুঠিলে হয়তো পোৱালীকেইটাই ৰবৰৰ বল বুলি ভুলো কৰিব পাৰে। সিংহ পোৱালীকেইটা অহাৰ আগতে পেটিয়েই আমাৰ আটাইতকৈ মৰমৰ পোহনীয়া জন্তু আছিল। এতিয়া কোনোবা আহিলেও পেটিতকৈ পোৱালীকেইটাত অধিক মনোযোগ দিছিল আনহাতে এই দুষ্টকেইটাক তাই ভাল পাবলৈ নেবা দেখি মোৰ মনত বৰ দুখো লাগিছিল।

সিংহপোৱালীকেইটা ডাঙৰ হোৱাৰ লগে লগে সিহঁতৰ বল-শক্তি বৃদ্ধি পাইছিল আৰু সিহঁতে নিজৰ শক্তি পৰীক্ষা কৰিবলৈ

আগত যিহকে পাইছিল তাকে আক্ৰমণ কৰিছিল। মাটিত পৰা ডাঙৰ দলিচা এখন চাৰিওফালে টানি ফুৰিছিল। সিহঁতে তাৰ ওপৰত উঠি লৈ আগঠেং চুটাৰে টানি নিয়ে। পাচত দেখা গৈছিল সিহঁতে চিকাৰৰ জন্তুটোও তেনেকৈয়ে আগেঠেংচুটাৰে টানি নিয়ে। সিহঁতৰ আন এটা প্ৰিয় খেলৰ নাম দিছিলোঁ। 'দুৰ্গৰ ৰজা'। এটাই জাপমাৰি আলুৰ বস্তাটোৰ ওপৰলৈ উঠি যায় আৰু আন চুটাই খেদি আহি যিমান পাৰে উঠিব নিদিয়াকৈ বাধা দি থাকে। পাচফালৰ-পৰা এটা ওপৰলৈ উঠি গৈ ইটোক নমাই দিয়ে। এই খেলটোত এলচাই বেছিকৈ জিকিছিল। ডাঙৰ চুটাই যুঁজি থাকোতে তাই পাচফালৰপৰা আহি ওপৰত উঠি থকাটোক পেলাই দিছিল। আমাৰ কলগছবোৰও সিহঁতৰ খেলাৰ বস্তু হৈছিল। কলগছৰ পাতবোৰ সিহঁতৰ টনা আজোৰাত চিৰিলা চিৰিল হৈ পৰিছিল। গছত উঠাটোও পোৱালীকেইটাৰ বাবে বৰ মজাৰ খেল আছিল। পোৱালীকেইটাই বৰ জপিয়াব পাৰিছিল। কিন্তু গছৰ ওপৰলৈ উঠি গৈ নামিব নোৱাৰা হৈছিল আৰু প্ৰায়ে আমি সিহঁতক নমাই আনিব লগাত পৰিছিলোঁ।

দুকৰে ৰাতিপুৱা মেলি দিয়াৰ লগে লগে সিহঁতে প্ৰচণ্ড বেগেৰে দৌৰ মাৰে। দেখিবলৈ কুকুৰনেচীয়া বাঘৰ দৌৰ যেন লাগে। এইদৰে ওলাই যাওঁতে এবাৰ সিহঁতে আমাক লগ পাবলৈ অহা দুজন মানুহৰ কেম্পটে দেখা পাই ভিতৰৰ বস্তুবোৰ লণ্ড ভণ্ড কৰিবলৈ ধৰিলে। মানুহ দুজনৰ চিঞৰত সাৰ পাই দেখিলোঁ। পোৱালীকেইটাই চেণ্ডেল, পায়জামা, ফলা আঠুৱাৰ টুকুৰাবোৰ লৈ আহিছে। সেইবাবে আমি এডাল সৰু এচাৰি লৈ সিহঁতক শাসন কৰিব লগা হ'ল।

সিহঁতক শুধৰাই দিয়াটোও কম সহজ কথা নাছিল। সিহঁতক ৰাতি শুৱাবলৈ নিয়াটোও এটা সমস্যা আছিল। কল্পনা কৰক, আন লৰা-ছোৱালীৰ দৰে শুবলৈ নিবিচৰা তিনিজনী দুষ্ট বৰ অঘাইত;

ছোৱালী, তাতে সিহঁতৰ ৰখীয়াটোতকৈ দুগুণ বেগাই দৌৰিব পাৰে আৰু তাৰোপৰি ৰাতি চকুৰে দেখে, কিযে অৱস্থা হয়। মাজে মাজে সিহঁতক প্ৰতাৰণা কৰিবও লগাত পৰে। খুব ভাল উপায়টো হৈছে পুৰণা মোনা এটা ৰচি এডালেৰে বান্ধি লাহে লাহে গঁড়ালটোৰ ফালে লৈ অনা হয়। তেতিয়া পোৱালীকেইটাই মোনাটো ধৰিবলৈ পাচে পাচে আহি গঁড়ালত সোমাই যায়।

বাহিৰত খেলা সকলো খেলেই সিহঁতে ভাল পায়। কিন্তু ঘৰৰ ভিতৰত কিতাপ, কুচন, এইবোৰৰ ওপৰত সিহঁতৰ বৰ চকু। সেইবাবে কিতাপপত্ৰবোৰ সিহঁতৰ উৎপাতৰপৰা বচাবৰ বাবেই পোৱালীকেইটাক ঘৰৰ ভিতৰৰপৰা আঁতৰাই ৰখাটোকে ঠিক কৰিলোঁ। তাৰবাবে এটা কাঠৰ ফ্ৰেমত মোটা তাঁৰৰ গাঁঠনি দি কান্ধলৈকে ওখ এখন দুৱাৰ সজোৱা হ'ল যাতে সিহঁত ভিতৰলৈ সোমাব নোৱাৰে। এই ব্যৱস্থাটো পোৱালী কেইটাই বৰ বেয়া পালে। সিহঁতক ভাল লগাবলৈ আমি তেতিয়া এটা পুৰণা গাড়ীৰ টায়াৰ গছৰপৰা ওলোমাই বান্ধি দিলোঁ। সিহঁতে টায়াৰটোত ধৰি কামুৰিবলৈ বা ঝুলিবলৈ বৰ ভাল পোৱা হ'ল। পোৱালী কেইটাক দিয়া আৰু এটা খেলনা হ'ল মৌজোল থোৱা পুৰণি 'বেৰেল' এটা। এইটো বগৰালে ধুমধাম শব্দ হয়। আটাইতকৈ ভাল বস্তুটো হ'ল এটা থৈলাৰ বস্তা। এই বস্তাটোত আমি কিছুমান কোমল ৰবৰ ভৰাই টোপোলাৰ দৰে বান্ধি গছৰ ডালত বান্ধি ওলোমাই দিছিলোঁ। টোপোলাটোত লাগি আৰু এডাল ৰচি আছিল। পোৱালীকেইটাই টোপোলাটোত ধৰি ওলমিলে আমি সিহঁতক ৰচিডালত ধৰি ঝুলাই দিওঁ। আমি যিমানেই হাহোঁ সিহঁতে সিমানেই স্ফূৰ্তি পায়। কিন্তু এই সকলোবোৰ মজাৰ খেলাইও সিহঁতক বাৰান্দাৰ মুখৰ এই তাঁৰৰ বেৰখনৰ কথা পাহৰাব নোৱাৰিলে। সিহঁতে মাজে মাজে আহি সিহঁতৰ নাকৰ কোমল আগবোৰ তাঁৰ-বোৰত ঘঁহাই যায়।

এদিন বন্ধু কেইজনমান আহি আবেলিৰ 'ককৃটেল' পাৰ্টিত যোগ দিছিল। কোঠাৰ ভিতৰৰপৰা অহা ৰংবহইচৰ শব্দবোৰ শুনি সিহঁত ওচৰলৈ দৌৰি আহিল, পিচে সাৰস্যুৰ নোহোৱাকৈ শান্ত হৈ থিৰ হৈ থকা বাবে মোৰ সন্দেহ হ'লত কাৰণ জানিবলৈ বাহিৰলৈ ওলাই আহিলোঁ। দুৱাৰখন আৰু পোৱালীকেইটাৰ মাজত এটা প্ৰকাণ্ড ৰঙা আঁচ থকা ফেটি সাপ দেখি মই ভয় খাই গলোঁ। ভিতৰত আমি আৰু বাহিৰত তিনিটা সিংহ পোৱালী, তথাপিও সাপডালে বাৰান্দাৰ চিৰিটোত অলৰঅচৰ হৈ প্যাক খাই পৰি আছিল। আমি বন্দুকটো আনোমানে সাপটো আঁতৰি নেদেখা হ'ল।

কোনো নিষেধ আনকি ফেটি সাপেও লুষ্টিচিয়াক ঘৰৰ ভিতৰত সোমোৱাৰ প্ৰচেষ্টাৰপৰা বিৰত কৰিব নোৱাৰিছিল। তাই বাৰে বাৰে ঠেলি ঠেলি দুৱাৰবোৰ খুলিবলৈ চেষ্টা কৰিছিল। তাই দুৱাৰৰ হেণ্ডেলবোৰো পকাই খুলিব পাৰিছিল। সেইবাবে দুৱাৰবোৰত বল্টু লগাই দিব লগা হ'ল। তথাপিও এদিন মই তাইক দাঁতেৰে দুৱাৰৰ কজা ঠেলা ধৰা পেলাইছিলোঁ। এইবোৰত বিফল হৈ তাই আমাৰ ওপৰত খং সাৰিবলৈকে বাহিৰত শুকাবলৈ মেলি থোৱা কাপোৰবোৰ ৰচীৰপৰা টানি আনি জোপোহাৰ মাজলৈ লৈ গৈছিল।

তিনিমাহ হ'লত পোৱালীকেইটাৰ দাঁতবোৰ মাংস খাব পৰাকৈ ডাঙৰ হল। সিহঁতক তেতিয়া মই মিহিকৈ কাটি থেতালি দিয়া কেঁচা মঙহ খাবলৈ দিলো। মাকে চোবাই উলিয়াই দিয়া মঙহৰ সলনি দিবলৈ এইটোৱেই উপায় আছিল। প্ৰথম কেইদিনমান সিহঁতে নুচুলেই বৰঞ্চ বৰ বিতৃষ্ণা দেখুৱালে। এদিন লুষ্টিচিয়াই চেলেকি চাই ভাল পালে। তাকে দেখি বাকীকেইটাইও জুতি ললে। তাৰ পাচৰপৰা মাংস পিটিকাথিনি লৈ সিহঁতৰ মাজত কাঢ়াআঁজোৰা লগা হ'ল। ফলত তেতিয়া সিহঁতৰ মাজত নিশকতীয়া এলচাই প্ৰায়ে খাবলৈ নোপোৱা হ'ল। মই তাইৰ বাবে অলপ বেলেগে

ৰখা হলোঁ। আৰু তাইক মোৰ কোলাত লৈ খুৱাবলৈ ললোঁ। তাই খুব ভাল পালে। মূৰটো ইফালৰপৰা সিফাললৈ ঘূৰাই চকুমুদি তাই কিমান ভাল পাইছে প্ৰকাশ কৰিলে। খাবৰ সময়ত তাই মোৰ আঙুলি কেইটা চুপি আগভৰি দুটাৰ হাতোৰাৰে কৰঙণ-কেইটা ঘঁহি ঘঁহি মালিচ কৰিছিল; ঠিক মাকৰ পেট মোহাৰি গাখীৰ বিচৰাৰ দৰে। এইদৰে তাইক খুৱাওঁতে মোৰ আৰু এল্‌চাৰ মাজত এটা বিশেষ মৰমৰ বান্ধ আহি গ'ল। খুওৱাৰ মাজেৰে আমি খেল ধেমালি কৰিছিলোঁ। আৰু এইদৰেই পোৱালীকেইটাৰ লগত মোৰ দিনবোৰ আনন্দেৰে পাৰ কৰিছিলোঁ।

পোৱালীকেইটা স্বভাৱতে বৰ এলেহুৱা আছিল। সিহঁতক আৰাম কৰি থকাৰপৰা উঠাবলৈ বৰ কাকুতি-মিনতি কৰিব লগা হৈছিল। মাজত মজ্জা থকা হাড়বোৰ খাবলৈ দেখুৱাইও লাভ নহৈছিল। সিহঁতে কোনোমতে ঠাইতে বাগৰ দি সহজতে ধৰিবলৈ আহে। হাড়বোৰ মই সিহঁতৰ আগত দাঙি ধৰিলে বাগৰ দি ওপৰলৈ ঠেংকেইখন দাঙি হাড়ডাল ধৰি চোৱাবলৈ ভাল পাইছিল।

জোপোহাৰ মাজত ফুৰিবলৈ আৰম্ভ কৰাত পোৱালীকেইটা বহুতো অভিজ্ঞতাৰ সম্মুখীন হৈছিল। এদিন সিহঁতৰ গাত পোকমৰা পাওদাৰ দিয়াত কিনো হয় চাবলৈ মইও পাচে পাচে গৈছিলোঁ। অলপ দূৰতে সিহঁত শুই আছিল। হঠাৎ মই ডাঙৰ ক'লা পৰুৱাৰ লানি এটা সিহঁতৰ ফালে যোৱা দেখিলোঁ, দুই এটাই গাত বগাবলৈও ধৰিছে। আফ্ৰিকাৰ এই ক'লা পৰুৱাবোৰ বৰ সাংঘাটিক, সিহঁতৰ বাটত পৰা যেইকোনো বস্তুকে আক্ৰমণ কৰি ৰস শুহি খাব পাৰে। মই পোৱালীকেইটাক জগাবলৈ গৈ দেখিলোঁ যে পৰুৱাবোৰ সিহঁতৰ-পৰা আনফালে আঁতৰি গ'ল। তাৰ অলপ সময়ৰ পাচত পাঁচোটা গাধ আহিলত পোৱালীকেইটাই সাৰ পালে। এনেকুৱা ডাঙৰ জন্তু সিহঁতে এইবাৰেই প্ৰথম দেখিছিল। কিন্তু সিংহৰ স্বভাৱজাত অসীম

সাহসেৰে পোৱালী হ'লেও সিহঁতে গাধকেইটাক খেদি গ'ল। এইটো কৰি সিহঁতৰ সাহস বাঢ়ি গ'ল। পাচত আমাৰ মালবস্তু কঢ়িওৱা চল্লিশটা গাধ আৰু খচ্চৰৰ দলটো সিহঁতৰ খেদাত প্ৰায় পলাব লগীয়া কৰিছিল।

পাঁচ মাহত সিহঁতৰ দেহৰ গঠন বৰ সুন্দৰ হ'ল, দিনে দিনে বল বাঢ়িবলৈ ধৰিলে। সিহঁত মুকলিমূৰীয়াকৈ ঘূৰি ফুৰে, কেৱল ৰাতিহে সিহঁতৰ কাঠৰ গঁড়ালটোক ঘেৰি থকা শিল আৰু বালিৰ দ'মবোৰৰ কাষত শুবলৈ দিয়া হৈছিল। সিংহ, ঘোং, শিয়াল, হাতী আদি বনৰীয়া জন্তুবোৰ আমাৰ ঘৰৰ চাৰিওফালে ঘূৰি ফুৰে, সিহঁতৰ যেই কোনো এটাই পোৱালীকেইটা মাৰিব পাৰে বাবেই এনে ব্যৱস্থা কৰা হৈছিল।

পোৱালীকেইটাক যিমানেই বুজি উঠিছিলো সিহঁতৰ প্ৰতি আমাৰ মৰম সিমানেই বাঢ়ি গৈছিল। দ্ৰুতগতিত বাঢ়ি অহা সিংহ পোৱালীকেইটা সদায় যে আমাৰ লগত ৰখাটো সম্ভৱ নহয় এই কথা ভাবিবলৈকে টান পাইছিলোঁ। বহুতো অনুশোচনাৰ অন্তত বিশেষকৈ ডাঙৰ দুটাক পঠাবলৈ সিদ্ধান্ত ললোঁ। কিয়নো ডাঙৰ দুটা সদায় একেলগে থাকে আৰু এল্‌চাৰ দৰে আমাৰ ওপৰত নিৰ্ভৰশীল নহয়। আমাৰ আফ্ৰিকান লগুৱাকেইটাইও এইটোকে সমৰ্থন কৰিলে আৰু সিহঁতক শোধাত সিহঁতেও এল্‌চাকে ৰখাৰ পক্ষপাতী বুলি জনালে। বোধহয় সিহঁতে ভৱিষ্যতৰ কথা ভাবিয়েই তেনেকৈ কৈছিল। কিয়নো ঘৰখনত যদি সিংহ এটা ৰাখিব লাগেই তেন্তে আটাইতকৈ সৰুৰ সৰুটো ৰখাই ভাল।

এল্‌চাৰ ফালৰপৰাও আমি ভাবি চাই দেখিলোঁ, আমাৰ বাহিৰে তাইৰ আন বন্ধু নাই। তাইক আমাৰ ইচিঅলুৰ সঙ্গৰ বাহিৰেও চাফাৰীবিলাকত যাবলৈও ট্ৰেইনিং দিবলৈ সহজ হ'ব।

লুষ্টিচিয়া আৰু ডাঙৰজনীৰ কাৰণে আমি হলেণ্ডৰ ৰটাৰডাম

ব্লাইন্ডপ চিৰিয়াখানাখনকে বাচিলোঁ আৰু সিহঁতক প্লেনেৰে তালৈ নিবলৈ বন্দবস্ত কৰিলোঁ।

সিহঁত নাইৰোবি এয়াৰ ফিল্ডৰপৰা যাব লাগিব। যিহেতু নাইৰোবি এয়াৰ ফিল্ড আমাৰ ঘৰৰপৰা এশ আশী মাইল নিলগত, আমি পোৱালীকেইটাক মোৰ ডেৰ টন ওজনৰ ট্ৰাকখনেৰে দিনৌ গাড়ীত ফুৰাবলৈ নি গাড়ীৰ ভ্ৰমণ অভ্যাস কৰাবলৈ ধৰিলোঁ। ট্ৰাকখনৰ পাচফাল জালেৰে ঘেৰা আছিল। আমি সিহঁতক গাড়ীতে খুৱাবলৈও অভ্যাস কৰালোঁ, যাতে গাড়ীখনকে সিহঁতৰ খেলা গঁড়ালটো বুলি ভাবিব পাৰে।

‘যাবৰ দিনা আমি গাড়ীখনৰ ভিতৰত কোমল বালিৰ বেগবোৰ পাৰি দিলোঁ। আমি গাড়ীত উঠি ওলাই আহোঁতে এলচাই কিছুদূৰ পাচে পাচে দৌৰি আহি বৈ গ’ল আৰু বৰ কৰুণ চাৱনিৰে তাইৰ বায়েকহঁতক লৈ যোৱা গাড়ীখনলৈ থৰ লাগি চাই থাকিল। পোৱালীকেইটাৰ সৈতে মই পাচফালে বহিছিলোঁ, লগত আছিল এটা দৰৱৰ জাতিৰ বাকচ, দীঘলীয়া বাটটোত সিহঁতে আজোৰ-পিজোৰ কৰিলেই লগাই দিবৰ বাবে। কিন্তু মোৰ ঔষধৰ ব্যৱস্থাটোক লাজত পেলাই এঘণ্টামান অস্থিৰ হৈ থকাৰ পাচত সিহঁতে মোৰ কাষতে মোক সিহঁতৰ হাতোৰাৰে সাৱটি ধৰি বালিৰ বস্তা কেইটাত শুই পৰিল। আমি এইদৰে এঘাৰ ঘণ্টা গ’ল। মাজতে দুবাৰ গাড়ীৰ চকা ফুটাত পলম হৈছিল। সিংহকেইটা ইমানেই বিশ্বাসী আছিল! নাইৰোবি পালত নতুন গোন্ধ, শব্দ এইবোৰ পাই বিমোৰ হৈ সিহঁতৰ ডাঙৰ ডাঙৰ চকুকেইটা মেলি মোলৈ চাবলৈ ধৰিলে। অলপ পাচতেই প্লেনখনে সিহঁতক নিজৰ জন্মভূমিৰপৰা চিৰদিনৰ বাবে আঁতৰাই লৈ গ’ল।

কেইদিনমানৰ পাচত আমি ‘কেবল’ যোগে সিংহ পোৱালী কেইটা নিৰাপদে হলেণ্ড পোৱাৰ বাতৰি পালোঁ।

তিনিবছৰৰ পাচত মই সিহঁতক চাবলৈ যাওঁতে বন্ধুভাবেৰে

সিহঁতক চাবলৈ অহা বুলি· সিহঁতে মোক মৰম কৰিবলৈ গা-পাতি দিছিল যদিও মোক চিনি নেপালে। সিহঁতক বৰ ভালকৈ ৰখা হৈছিল। হাবিত কটাই অহা মুকলি জীৱনটোৰ কথা সিহঁতে একেবাৰে পাহৰি যোৱাত মই ভাল পাইছিলোঁ।।

## দ্বিতীয় অধ্যায়

## আন বন্য জন্তুৰ সৈতে এলচাৰ মুখামুখি

মই নাইৰোবিত আঁতৰি থাকোঁতে এলচাই মনতে বৰ বেজাৰ পোৱাৰ কথা জৰ্জ্জে মোক কৈছিল। তাই জৰ্জ্জক এক মুহূৰ্ত্তৰ বাবেও এৰি থকা নাছিল। যলৈকে যায় তাইও পাচে পাচে যায়। অফিচৰ কাম কৰি থাকিলে মেজৰ তলত বহি থাকে। প্ৰত্যেক দিনা আবেলি তেওঁ তাইক ফুৰাবলৈ নিয়ে। কিন্তু মই ঘূৰি অহাৰ দিনা তাই তেওঁৰ লগত ফুৰিবলৈ নগ'ল। ঘৰলৈ গাড়ী সোমাই অহা বাটটোৰ মাজতে বহি থাকিল। একোৱে তাইক লৰাব নোৱাৰিলে। তাই জানিছিল চাগৈ মই আহিম বুলি। কি স্বাভাৱিক জ্ঞানবোধৰ বলত জন্তুবোৰে কিছুমান কথা আগতেই গম পাই তাক ব্যাখ্যা কৰা সম্ভৱ হলেও সহজ নহয়।

মই আহি পালত তাই খুব ফুৰ্ত্তিৰে আদৰ-সম্ভাষণ জনালে, কিন্তু গোটেইখনতে তাইৰ বায়েক দুজনীক বিচাৰি ফুৰা দৃশ্য বৰ শোক লগা আছিল। কেইবাদিনো ধৰি জোপোহাবোৰৰ ফালে চাই চাই সিহঁতক মাতিছিল। আমি যলৈকে যাওঁ তাইও লগতে গৈছিল। বায়েককেইজনীৰ দৰে আমিও তাইক এৰি যাওঁ বুলি তাই ভয় কৰিছিল। তাইক আশ্বস্ত কৰিবলৈকে আমি তাইক ঘৰৰ ভিতৰতে ৰাখিছিলোঁ। তাই আমাৰ বিচনাত শুইছিল আৰু প্ৰায়ে তাইৰ খহতা জিভাৰ চেলেকনিত আমি সাৰ পাই গৈছিলোঁ।

এইদৰে বায়েকহঁতৰ অপেক্ষাত বৈ থকা আৰু নেপাই নিৰাশ হোৱা তাইৰ এই মনৰ অৱস্থা পৰিবৰ্ত্তন কৰিবৰ বাবে আমি যিমান সোনকালে পাৰি এটা চাফাৰিৰ আয়োজন কৰিলোঁ। সৌভাগ্যবশতঃ তাইও এই চাফাৰিৰ আয়োজনত যোগ দিলে আৰু আমাৰ দৰেই

যাবলৈ পাই ভাল পালে। কিছুমান সক টোপোলা, বিচনা পত্ৰেৰে ভৰা ট্ৰাকখনৰ পাচ ফালে উঠি কেউফালে চাই যাবলৈ তাইৰ বাবে সুবিধা হৈছিল। আমি ওৱাচ'নাইৰ' নদীৰ পাৰত কেম্প পাতিলোঁ। নদীখনত পাৰ দুটা অ'ক, একাচিয়া, আৰু এবিধ খেজুৰ জাতীয় গছৰ শাৰীবোৰে আবৰি আছিল। খৰালি বতৰত নদীৰ পানীবোৰ লৰিয়ান বিলৈ বৈ গৈছিল আৰু পানীবোৰ মাজে মাজে থকা দগাঁতবোৰত ডোঙাবান্ধি বৈ গৈছিল। এইবোৰত খুব মাছ থাকে।

আমাৰ কেম্পৰ কাষত থিয় থিয় শিলবোৰ আছিল। এলচাই পৰ্ব্বত বগাই ওপৰলৈ উঠি চাৰিওফালৰ পৰিবেশটো গুভি গুভি পৰীক্ষা কৰি ওখ টিং এটাত বহি পৰিছিল। তাই বহা ঠাইৰ পৰা চাৰিওফালৰ জোপোহা বনবোৰ নিৰীক্ষণ কৰিব পাৰিছিল। বিয়লিপৰত সূৰ্য্যৰ উজ্জল কিৰণে দশোদিশ পোহৰাই পেলালত ৰঙা শিলৰ ওপৰত তাইও জিলিকি উঠি এই পৰিবেশৰ অংশ বিশেষ হৈ পৰিছিল।

দিনটোৰ এই সময়খিনি বৰ উপভোগ্য আছিল। ভীষণ গৰমৰ পাচত প্ৰকৃতিৰ লগতেই সকলোৱে জিৰণি লৈছিল। ছাবোৰ দীঘল হেঙুল বৰণীয়া হৈ বেলি বুৰাৰ লগে লগে মনিব নোৱাৰা হৈ পৰিছিল। চৰাইৰ মাতবোৰ দূৰৈত বিলিন হৈছিল। পৃথিৱীখন নিস্তব্ধ হৈ পৰিছিল। আন্ধাৰ অহালৈ অনিশ্চয়তাৰে সকলো বৈ থাকিল আৰু অহাৰ লগে লগে জোপোহাবোৰ লৰচৰ কৰিবলৈ ধৰিলে। হায়েনাৰ দীঘলকৈ মৰা চিঞৰে সময়ৰ সংকেত দিলে, চিকাৰ আৰম্ভ হ'ল।

এটা বিশেষ সন্ধিয়াৰ কথা মোৰ ভালকৈ মনত আছে। মই এলচাক আমাৰ টম্বুটোৰ সম্মুখৰ গছ এজোপাত বহুৱাই দিলত তাই আহাৰ চোবাবলৈ আৰম্ভ কৰিলে আৰু মই আন্ধাৰত বহি শব্দবোৰ অনুসৰণ কৰিলোঁ। পেটিয়ে মোৰ কোলাত জপিয়াই পৰি আৰামত বহি লৈ দাঁত কৰচিবলৈ ধৰিলে। তাই তেনে কৰিলে মই বুজি

পাও তাইৰ খুব ভাল লাগিছে। তেতিয়া কাষৰ নৈখনৰ ঢৌ খেলি থকা পানীত ওলাই অহা জোনটোৰ প্ৰতিবিম্ব জিলিকি উঠিছিল। নৈৰ পাৰতে জিলি এটাই চিচিয়াই উঠিছিল। আধা আন্ধাৰ আধা পোহৰৰ আকাশখনত তৰাবোৰ জিলিকি উঠিছিল। উত্তৰসীমান্তৰ আকাশৰ এই তৰাবোৰ আন ঠাইতকৈ মোৰ দুগুণ ডাঙৰ যেন লাগিছিল। এনেসময়তে আকাশীযানৰ দৰে গহীন গুম-গুমনি শব্দ এটা শুনিবলৈ পাই বুজিব পাৰিলোঁ। হাতীবোৰ পানী খাবলৈ নদী-খনৰ ফালে আহিছে। ভাগ্যক্ৰমে বতাহ আমাৰ অনুকূলে আছিল, শব্দটো অতি সোনকালে নাইকিয়া হ'ল।

হঠাৎ সিংহৰ স্পষ্ট গোজৰণি কাণত পৰিল। প্ৰথমে বহুত শুনা গৈছিল, পাচত শব্দটো ক্ৰমে ডাঙৰ হৈ আহিল। এল্‌চাই এইবোৰ শুনি কি ভাবিছে বাৰু! কিন্তু দেখা গ'ল তাই মাংস খোৱাত ব্যস্ত। আগদাঁতেৰে মাংস চিঙি খাই উঠি ঠেংকেইটা ওপৰলৈ দাঙি টোপনিয়াবলৈ ধৰিলে। মই তেতিয়া মনে মনে বহি ধোঁৱৰ খেকৃখেকনি, শিয়ালৰ চিঞৰ আৰু সিংহবোৰৰ মনোৰম সমস্বৰ শুনিবলৈ ধৰিলোঁ।

তেতিয়া গৰম বৰ বেছি আছিল। এল্‌চাই দিনটোৰ বেছি ভাগ সময় পানীত পৰি থাকে আৰু ৰ'দৰ তাপ অসহ্য লাগিলে উঠি আহি ঘাঁহনিবোৰত জিৰণি লয়। আকৌ মাজে মাজে লাহে লাহে গৈ পানীত জাপমাৰি দিয়েগৈ। এই নৈখনত বহুত ঘঁৰিয়াল থাকে বুলি আমি জানিছিলোঁ। বাবে এল্‌চাক লৈ আমাৰ বৰ চিন্তা হৈছিল। পিচে তাইৰ ওচৰলৈ এটাও ঘঁৰিয়াল অহা নাছিল।

এল্‌চাই বৰ ধেমালি কৰিছিল আৰু আমাকো তাইৰ ধেমালিৰ ভাগ দিছিল। আমি আনফালে চাই থাকিলেই তাই আমাৰ গাত পানী মাৰি দিয়ে নাইবা তিতা গাৰে আমাৰ ওপৰত জপিয়াই পৰে। ফলত আমাৰ কেমেৰা, ফিল্ডগ্লাচ, ৰাইফল সকলো মাটিত পৰি যায়, আৰু তাই তিজা গাৰে তাৰ ওপৰত উঠি লয়। তাই তাইৰ হাতোৰা

কেইটা বিভিন্ন ধৰণেৰে প্ৰয়োগ কৰে। তাৰে তাই আমাক মৰম কৰে, ধেমালিকৈ জোৰেৰে চৰ মাৰি দিয়ে আৰু জু'জুটশ্ব কৌশলেৰে আমাক এনেকৈ হাতোতাৰে থাপৰ মাৰে যে আমি মাটিত পৰি যাওঁ। আমি যিমানেই সতৰ্ক নহওঁ লাগে, তাই আমাৰ সৰু গাঁঠিত ধৰি লাহেকৈ টান মাৰি দিলেই আমি পৰি যাওঁ।

এল্‌চাই তাইৰ হাতোৰা কেইটাৰ বেছ যত্ন লয়। ডাঠ বাকলিৰ এবিধ গছত তাই বাকুহি বাকুহি নখ কেইটা জোঙা কৰে।

বন্দুকৰ গুলি ফুটাৰ শব্দত এল্‌চাই অকণো ভয় খোৱা নাছিল। 'গুৰুম্' কৰিলেই তাই বুজি পাইছিল ক'ৰবাত চৰাই এটা পৰি মৰিল। দৌৰি গৈ চৰাইটো তুলি আনিছিল। গিনিফাউল নামৰ সেইদেশৰ ম'ৰা চৰাইৰ দৰে চালি ধৰা কুকুৰা আছে। এই কুকুৰা চৰাইটো পালে তাই বৰ ভাল পায়। পাখীবোৰ আছুৰি ভাঙি পেলায় কিন্তু মাংস বা পাখী কেতিয়াও নেখায়। প্ৰথমে মৰা চৰাইটো সদায় তাইৰ হয়। ভাগৰ নলগালৈকে তাই কামুৰি লৈ ফুৰায়। পাচত মোৰ ভৰিৰ ওচৰত থৈ মোৰ মুখৰ ফালে চাই হয়তো কবলৈ খোজে, 'মোৰ হৈ তুমিয়েই এইটো কঢ়িয়াবা।' মই তাইৰ মুখৰ আগত চৰাইটো ওলমাই আহি থাকিলে তাই পাচে পাচে ধুনীয়াকৈ আহি থাকে।

ফাউলবোৰ তাই যিমান ভাল পাইছিল 'ফ্ৰেন্কলিন' চৰাই-বোৰৰ প্ৰতি তাই তেনে কোনো আগ্ৰহ দেখুওৱা নাছিল। এই চৰাইটো ইংলণ্ডৰ ড'ৰিক চৰাইটোৰ দৰে।

য'তে ত'তে হাতীৰ গোবৰ পৰি থকা পালেই তাই তাত লেটি লৈ পাউডাৰৰ দৰে গাত মুঠিয়ে মুঠিয়ে সানি লৈছিল। গঁড়ৰ গোবৰো তাই সেইদৰে ভাল পাইছিল। তৃণভোজী প্ৰায় সকলো জন্তুৰ বিষ্ঠাৰ প্ৰতি তাই আকৰ্ষিত হৈছিল। কিন্তু হাতীৰ দৰে জন্তুৰ গোবৰ বেছি পচন্দ কৰিছিল। তাইৰ এই আচৰণৰ কথা ভাবি আমি আচৰিত হৈছিলোঁ। হয়তো হব পাৰে আন জন্তুৰ

পৰা তাইৰ নিজৰ গাৰ গোন্ধ লুকুৱাই ৰাখিবৰ বাবেই তাই আন জন্তুবোৰৰ গোন্ধটো নিজৰ গাত সানি লয়। কিয়নো স্বাভাৱিক অৱস্থাত হাবিত থকা হলে তাই কিছুমান জন্তু মাৰিব আৰু খাবও পাৰিলে হয়। কিছুমান ঘৰচীয়া কুকুৰ আৰু মেকুৰীচৰা এনে অভ্যাস আছে। হয়তো সিহঁতৰ এই মনৰ ভাবৰহে এনে ধৰণৰ সংস্কৰণ। মাংসভোজী জন্তুৰ গোবৰৰ ওপৰত এল্‌চাক কেতিয়াও লেটিলোৱা দেখা নাছিলোঁ।

এলচাই আমাৰ চিকাৰলৈ যোৱা বাটৰ পৰা বহু নিলগতহে শৌচ কৰিছিল।

এদিন আবেলি হাতী অহাৰ শব্দ শুনি এল্‌চা দৌৰি জোপোহা-বোৰৰ মাজত সোমালগৈ, লগে লগে আমি পাত মূচৰা শব্দ, চিঞৰ-বাখৰ, লগতে গিনিফাউলৰ কেক্‌-কেকনি শুনিবলৈ পালোঁ। খুব উত্তেজিত হৈ কিনো হয় জানিবলৈ বৈ থাকিলোঁ। কিছু সময়ৰ পাচত হাতীৰ চিঞৰ বাখৰ বন্ধ হ'ল কিন্তু চৰাইটোৱে আৰু ডাঙৰকৈ ভয়ত চিঞৰিবলৈ ধৰিলে। হাবিৰ মাজৰ পৰা এল্‌চাক ওলাই অহা দেখা গ'ল আৰু তাইক খেদি খেদি পাচে পাচে আহিল এজাক গিনিফাউল। এল্‌চা য'তেই বহিব খোজে সিহঁতে কেক্‌-কেকাই উঠাই দিয়ে। পাচত আমাক দেখি এই সাহসী চৰাইমখা আঁতৰি গলত তাই শান্তি পালে।

এদিন ফুৰিবলৈ যাওঁতে এল্‌চা হঠাৎ জোপোহা এটাৰ আগত বৈ গ'ল আৰু আমালৈ চাই জাপ মাৰি পাচলৈ আঁতৰি আহিল। তাইৰ আহি চাৱনীয়ে আমাক ক'লে, 'মোৰ দৰে জাপ মাৰি আঁতৰি নাহা কিয় ?' ঠিক সেই সময়তে গছজোপাৰ পাতৰ মাজত প্ৰকাণ্ড সাপ এটা দেখা পালোঁ। জোপোহাটোৰ ঘন পাতবোৰৰ মাজত লুকাই আছিল। আমাক সাৱধান কৰি দিয়া বাবে আমি এল্‌চাক অশেষ ধন্যবাদ জনালোঁ।

আমি ইচিঅলুলৈ ওভতি আহোঁতে বৰষুণ দিবলৈ আৰম্ভ

কৰিছিল। ঠাইখন সৰু সৰু নদী আৰু ডুবিৰে ভৰা। এল্চাই প্ৰত্যেকতে নামি পানী খেলিছিল আৰু বৰ কোবেৰে আমাৰ গাত জপিয়াই পৰি বোকাবোৰ গাত লগাই দিছিল। এইটো ধেমালিৰ বাহিৰ হৈ গৈছিল। সেইবাবে আমি তাইক সৰু বেত এডাল লৈ এই কামটো যে ভাল নহয় বুজাব লগাত পৰিছিলোঁ। তাই বুজিব পাৰিছিল। কিয়নো পাচত বেতৰ প্ৰয়োগ নকৰাকৈ হৈছিল, আমি কেৱল তাইক মনত পেলাই দিবলৈকে বেতডাল লগত ৰাখিছিলোঁ। এতিয়া তাই 'ন' ( no ) বুলি ক'লে বুজা হ'ল। আনকি আগত কৃষ্ণবাবৰ দৰে লোভনীয় পছু দেখিলেও তাই 'ন' বুলি কলে নধৰে।

তাইৰ চিকাৰ কৰাৰ স্পৃহা আৰু আমাক সুখীকৈ ৰখাৰ ইচ্ছাৰ মাজত, 'দুই নাও দুই ভৰি হোৱাৰ' অন্তৰ্দ্বন্দ দেখি বেয়া লাগিছিল। চৰি ফুৰা বস্তু দেখা মাত্ৰকে খেদা দিব লাগে বুলি কুকুৰৰ দৰে তাইও ভাবিছিল। কিন্তু মাৰিব লাগে বুলি মনত ভাব নহৈছিল। অৱশেষে আমি তাইক তাইৰ মাংসৰ বাবে কটা ছাগলীটোক জীৱিত অৱস্থাত কেতিয়াও দেখুওৱা নাছিলোঁ। তাইৰ বনৰীয়া জন্তু দেখাৰ বহুত সুযোগ মিলিছিল। কিন্তু আমি লগত থকাত তাই ধেমালিৰ ভাবেৰে খেদি যায় আৰু অলপ পাচতে ঘূৰি আহি আমাৰ আঠুত ঘঁহাই মাওঁ মাওঁকৈ চিকাৰটো কি আছিল জনায়।

প্ৰায় সকলো ধৰণৰ জন্তুৱে আমাৰ ঘৰৰ চাৰিওফালে বিচৰণ কৰিছিল। এপাল পানী হাঁহ, হৰিণা আৰু প্ৰায় ষাঠীটা জিৰাফ বহুত দিন ধৰি আমাৰ ওচৰতে আছিল। ফুৰিবলৈ যাওঁতে এলচাই সিহঁতক সদায় লগ পাই আৰু সিহঁতেও তাইক ভালকৈ চিনি পাইছিল বাবে এল্চাক সিহঁতৰ পাচে পাচে কিছুদূৰ যাবলৈ দি সিহঁত আনফালে গুচি গৈছিল। শিয়ালৰ পৰিয়াল এটাও তাইৰ লগত ঘনিষ্ঠ হৈ পৰিছিল। সিহঁতৰ গাঁতৰ সন্মুখৰ বালিত সিহঁতৰ পোৱালিবোৰে বাগৰি বাগৰি ধেমালি কৰি থকা অৱস্থাত আমি সিহঁতৰ প্ৰায় ওচৰ চাপিব পাৰিছিলোঁ।

নেউলবোৰক জোকাইও এল্‌চাই বৰ স্ফূৰ্ত্তি পাইছিল। ইহঁতে হোৱাইট এণ্ট নামে এজাতি বগা পৰুৱাই এৰি যোৱা চিমেণ্টৰ দৰে টান হাফলুবোৰত থাকিবলৈ লৈছিল। এইবোৰ একোটাইঁত সৰু সৰু দুৰ্গৰ দৰে আছিল। আঠ ফুট ওখ আৰু বহুত ফুটাৰে সৈতে নিৰ্ম্মিত এই হাফলুবোৰত সোমাই সিহঁত গৰমৰ পৰাও ৰক্ষা পৰিছিল। আবেলি সময়ত সিহঁত ওলাই গৈ হাবিৰ পোক আৰু সৰু সৰু গছৰ ফল গুটিবোৰ খায়। আন্ধাৰ হলে ঘূৰি আহে। সেইখিনি সময়তে আমি সিহঁতৰ কাষেদি ফুৰিবলৈ ওলাই যাওঁ। এল্‌চাই লৰচৰ নকৰি হাফলুবোৰ ওচৰত বহি থাকে আৰু সিহঁতক ধৰিব খোজে। নেউলবোৰে ফুটাবোৰেদি মুৰটো উলিয়াই চিঞৰ এটা মাৰি ফট্‌কৈ সোমাই যায়। এল্‌চাই এইটো চাই বৰ স্ফূৰ্ত্তি পায়।

এল্‌চাই নেউলবোৰক জোকাই স্ফূৰ্ত্তি পায় কিন্তু বান্দৰবোৰ দেখিলেই তাইৰ খং উঠে। সিহঁত বাঘে ঢুকি নোপোৱা ঠাইত থাকে। আমাৰ ঘৰৰ কাষৰ ওখ শিলকেইটাই সিহঁতৰ ঘৰ আছিল। ৰাতি শিলৰ ভাজবোৰত ধৰি ওলমি থাকে। বেলিমাৰ যোৱাৰ আগতেই সিহঁতে এই আশ্ৰয়স্থল পায়গৈ। সিহঁত ওলমি থকা যেন দেখি। সেই নিৰাপদ ঠাইৰ পৰা সিহঁতে এল্‌চাক দেখি ভুকে আৰু চিঞৰে প্ৰতিবাদত এল্‌চাৰ একো কৰাৰ উপায় নাথাকে।

সিংহপোৱালিটোৱে প্ৰথমবাৰ হাতীৰ সম্মুখীন হোৱা মুহূৰ্ত্তটো বৰ উত্তেজনাপূৰ্ণ আৰু চিন্তাৰ কথা আছিল। বেচেৰী এল্‌চা মাতৃহীনা হোৱা বাবে তাইক হাতীৰ পৰা সাৱধান কৰি দিবলৈও কোনো নাছিল। কিয়নো হাতীয়ে সিহঁতৰ পোৱালিবোৰৰ একমাত্ৰ শত্ৰু সিংহ বুলি ভাবে আৰু সেইবাবে কেতিয়াবা সিংহ মাৰেও। এদিন মুকৰে এল্‌চাক ফুৰাবলৈ নি ফোঁপাই জোপাই দৌৰি আহি জনালেহি যে এল্‌চাই হাতীৰ লগত খেলিছে, আমি আমাৰ ৰাইফলবোৰ লৈ

মুকৰ পাচে পাচে গলোঁ। গৈ দেখিলোঁ, বৰ ডাঙৰ বুঢ়া হাতী এটাই জোপোহাৰ পৰা পাত চিঙি চিঙি তাৰ পুৱাৰ আহাৰ খাইছে আৰু এল্‌চাই মনে মনে পাচফালৰ পৰা জোপ লৈ আছে। এবাৰ চোচাঁ লৈ হাতীটোৰ ঠেং এটাত জপিয়াই পৰিল। হাতীটোৱে এই স্পৰ্দ্ধা দেখি চক্ খাই খঙতে চিঞৰি দিলে আৰু জোপোহাৰ পৰা মূৰটো উলিয়াই খেদি গ'ল। এল্‌চাই ভয় ভয়কৈ হাতীটোৰ ওচৰৰ পৰা আঁতৰি আহিল কিন্তু ভয় নকৰি আকৌ চোঁচা ললে। কথাটো ভয় কৰিব লগা যদিও দেখি হাঁহি উঠিছিল। বন্দুক যাতে ব্যৱহাৰ কৰিব লগা নহয় আমি তাকে আশা কৰি আছিলোঁ। ভাগ্যক্রমে শেষত দুয়োটাই আমনি পালে, হাতীটোৱে পাত খাবলৈ ধৰিলে আৰু এল্‌চা ওচৰতে বহি টোপনি গ'ল।

পাচৰ কেইটামান সিংহপোৱালিটোৱে হাতী দেখিলেই চোঁচা লোৱা হ'ল আৰু তেনেকুৱা বহুত কাণ্ড হবলৈ ধৰিলে, যিহেতু হাতী পৰ্ব্ব আৰম্ভ হৈছেহে। কেইবাশ হাতীৰে একোটাহঁত হাতীৰ দল হাবিখনত ঘূৰি ফুৰিছিল। সিহঁতে ইচিঅলুৰ ভূগোল ভালদৰে জানে যেন লাগে কিয়নো যিবোৰ ঠাইত খুব গোমধান আৰু ব্ৰাচেন্‌স্প্ৰাউথ হয় সিহঁত তালৈকে যায়। আফ্রিকাৰ ঘন বসতি আৰু গাড়ী মতবেৰে ভৰপূৰ ৰাস্তাত হাতীবোৰ বৰ শান্ত হৈ ইফালে সিফালে ভ্ৰমিছিল কাকো ক'তো তেনেকৈ উৎপাত কৰা নাছিল। আমাৰ ঘৰটো ইচিঅলুৰ পৰা তিনিমাইল দূৰত চাৰিওফালে উটৰ চৰণীয়া পথাৰ। বহুতো হাতী আমাৰ ফালে আহে আৰু আমাৰ পৰা বন্দুকৰ গুলিয়ে ঢুকি নোপোৱা দূৰত্বৰ ঠাইখিনিত সিহঁতে বিচৰণ কৰি ভাল পাইছিল। ফুৰিবলৈ ওলাই যাওঁতে বছৰৰ এই সময়টোত আমি বিশেষ সাৱধান হব লগাত পৰিছিলোঁ। কিয়নো হাতীৰ সৰু সৰু দলবোৰ য'তে ত'তে আছিল। এতিয়া আমাৰ লগতে এল্‌চাৰো নিৰাপত্তাৰ কথা চিন্তা কৰি আমি বৰ সতর্ক হব লগাত পৰিছিল।

এদিন দুপৰীয়া মুক আৰু এল্‌চা ঘৰলৈ আহোতে সিহঁতৰ পাচে পাচে এপাল হাতী আহি থকা মই খোৱা কোঠাৰ খিৰিকিৰ পৰা জোপোহাবোৰৰ ওচৰতে দেখা পাইছিলোঁ। আমি এল্‌চাৰ দৃষ্টি আনফালে আকৰ্ষণ কৰিবলৈ চেষ্টা কৰিছিলোঁ। যদিও তাই আগবাঢ়ি অহা হাতীজাকৰ সন্মুখীন হবলৈ দৃঢ়প্ৰতিজ্ঞ হ'ল। পিচে তাই হঠাৎ বহি পৰিল আৰু হাতীবোৰ একেটা শাৰীত এটাৰ পাচত এটাকৈ আমাৰ পৰা বহু নিলগেদি আঁতৰি গল। জোপোহাটোৰ আঁৰৰ পৰা হাতীবোৰ এইদৰে শাৰীপাতি ওলাই যোৱা দৃশ্যটো এটা বৰ্ড়িয়া পেৰেডৰ দৰে লাগিছিল। সিহঁতে ওলাই অহা জোপোহাটোৰ তলতে চেপেটা লাগি বহি থকা এল্‌চাৰ গাৰ গোন্ধ নিশ্চয় সিহঁতে পাইছিল। সিহঁত সংখ্যাত কুৰিটামান আছিল। শেষৰটো পাৰ হৈ নোযোৱালৈকে এল্‌চা তাতে বৈ থাকি তাইও পাচে পাচে যাবলৈ ধৰিলে। হঠাৎ পাচৰ ফালে থকা সিহঁতৰ ভিতৰৰ ডাঙৰ হাতীটোৱে ঘূৰি লৈ এল্‌চাৰ ফালে মুৰটো জোকাৰি বৰ ডাঙৰকৈ চিঞৰ এটা মাৰিলে। এই ৰণহুংকাৰে তাইক ভয় খুৱাব নোৱাৰিলে। তাই আগবাঢ়ি গৈ থাকিল আৰু সেই হাতীটোও গৈ থাকিল। আমি ওলাই আহি সাৱধানে অনুসৰণ কৰি এল্‌চা আৰু হাতীবোৰক একেলগে গছবোৰৰ মাজত মিলি যোৱা দেখিলোঁ। ভয় কৰিবলগীয়া কোনো চিঞৰ-বাখৰ বা ডাল ভঙাৰ শব্দ শুনা নগ'ল। তথাপি আমি চিন্তা কৰি অপেক্ষা কৰি থাকিলোঁ। শেষত সিংহপোৱালিটো আহি দেখা দিলেহি, তাইক বৰ বিৰক্ত হোৱা যেন দেখা গৈছিল।

এল্‌চাই লগ পোৱা আটাইবোৰ হাতীয়েই এনেকুৱা ভদ্ৰ নাছিল। আন এবাৰ তাই এখন বেছ ডাঙৰ যুদ্ধৰ সূত্ৰপাত কৰিবলৈ সমৰ্থ হৈছিল। প্ৰথমে আমি খুব হুলস্থুলীয়া শব্দ এটা শুনিবলৈ পাই ওলাই গ'লোঁ। আমি গৈ পাওঁতে হাতীজাক পৰ্ব্বতটোৰ পৰা দৌৰিদৌৰি নামি গৈছিল আৰু এল্‌চা সিহঁতৰ ঠিক পাচে পাচে গৈ

আছিল। এনেতে দঁতাল এটাই তাইক খেদি আহিল, তাইও সাজু হ'ল। পিচে সময়ৰ মুৰকত হাতীটোৱে এল্‌চাক এৰি তাৰ দলত যোগ দিলে।

জিৰাফবিলাকেও তাইক বেছ আমোদ দিছিল। এদিন আবেলি আমি তাইৰে সৈতে ওলাই যাওঁতে তাই পঞ্চাশটা জিৰাফ লগ পালে। মাটিত চেপেটা হৈ বহি তাই উত্তেজনাত কঁপিবলৈ ধৰিলে আৰু মনে মনে এখোজ এখোজকৈ পাচফালৰ পৰা চোঁচা ললে। জিৰাফকেইটাই প্ৰথমে তাইৰ ফালে তেনেকৈ মন কৰা নাছিল। পাচত দেখিলত, থিয় হৈ তাইৰ ফালে ভেৰা লাগি চাই থাকিল। এল্‌চাই এবাৰ সিহঁতৰ ফালে আৰু এবাৰ আমাৰ ফালে উভতি চাই যেন কব খুজিলে, 'তাত মমবাতিডালৰ দৰে নিৰ্ব্বিকাৰ হৈ থিয় দি কিয় চাই আছা আৰু মোৰ খেলাটোও নষ্ট কৰিছা?' কিছু সময়ৰ পাচত তাইৰ সঁচাকৈয়ে খং উঠিল আৰু দৌৰি আহি মোক বগৰাই দিলে।

বেলি বুৰাৰ সময়ত ঘূৰি আহোতে আমি এপাল হাতীৰ সম্মুখতে পৰিলোঁ। চাৰিওফালে নিষ্প্ৰভ হৈ আহিছিল যদিও আমাৰ কেওফালে ক'লা ক'লা হাতীৰ ছায়ামূৰ্ত্তিবোৰ দেখা পাইছিলোঁ।

ইমান প্ৰকাণ্ড জন্তুবোৰে অকণো শব্দ নকৰাকৈ জোপোহাবোৰৰ মাজে মাজে পাৰ হৈ অকণো গম নিদিয়াকৈ যে বেঢ়ি ধৰিব পাৰে ভাবিলে বৰ আচৰিত যেন লাগে। এইবাৰ নিঃসন্দেহে আমি বান্ধত পৰিলোঁ। যিফালেই ওলাই যাবলৈ সুৰুঙা বিচাৰোঁ সেই-ফালেই হাতী এটা আহি বাট বন্ধ কৰি দিয়ে। আমি এল্‌চাক শান্ত কৰি ৰাখিবলৈ চেষ্টা কৰিলোঁ। কিয়নো এই সময়ত এই প্ৰকাণ্ড জন্তুবোৰৰ লগত তাইৰ ধেমালি কৰা সময় নহয়। কিন্তু অলপ পাচতে তাই সিহঁতক দেখিয়েই খেদি গ'ল। আমি তাইক আৰু চন্তালি ৰাখিব নোৱাৰিলোঁ। চাৰিওফালে কাণ তাল মৰা চিঞৰ-

বাঘৰ শুনিবলৈ পালোঁ। সাৱধানে আন্ধাৰ জোপোহাবোৰ অতিক্রম কৰিবলৈ চেষ্টা কৰিছিলোঁ। আগত এটা হাতী আহিছে, ওলাল। মোৰ ধৈৰ্য্যৰ সীমা চেৰাই গৈছিল। অৱশেষত আমি কোনোমতে বাট উলিয়াই ঘৰ পালোঁহি, এল্‌চা তাতে থাকি আছিল। বহুত বেলিৰ মূৰত তাই দেখা দিলেহি। হাতীৰ লগত লাগি তাইৰ বেছ স্ফূৰ্ত্তি লগা যেন দেখিলোঁ। মই ইমান ভয় খোৱাৰ কাৰণ তাই একো বুজিব পৰা নাছিল।

আমাৰ ঘৰলৈ সোমাই অহা বাটটোৰ কাষত ইউফৰবিয়া গছৰ হে'জ আছিল। সাধাৰণ কোনো জন্তুৱে এই হে'জখন ভাঙিব নোৱাৰে। কিয়নো এই পাতবোৰত এবিধ গাত লাগিলে পোৰণি ধৰা ৰস আছিল। তাৰে এটোপা চকুত লাগিলে চালখন খুব পুৰিবলৈ ধৰে আৰু বহুত দিনলৈ চকুটো ৰঙাহৈ থাকে। হাতীৰ বাহিৰে আন জন্তুবোৰে এই হে'জখন এৰাই চলে। হাতীবোৰে কিন্তু ইহঁতৰ ৰসাল ডালবোৰ ভাঙি খাই ভাল পায় আৰু বাতিটোৰ ভিতৰতে হে'জখনত এটা ডাঙৰ ফাঁক কৰি থৈ যায়।

এদিন এল্‌চাক তাইৰ গঁড়ালৰ কাষত খুৱাই থাকোঁতে হে'জখনৰ সিপাৰে পাঁচোটামান হাতীয়ে হে'জখনৰ ডাল-পাত ভাঙি খাই থকা শুনিবলৈ পালোঁ। সিহঁতৰ আৰু আমাৰ মাজত এল্‌চাৰ কাঠৰ ঘৰটোৰ কাষৰ হে'জখনেই ব্যৱধান আছিল। পাচত মই লিখা সময়লৈকে হে'জখন খাই প্ৰায় নাইকিয়া কৰিলে।

এল্‌চাৰ উত্তেজনাৰ আৰু এটা কাৰণ হ'ল আমাৰ ঘৰৰ কাষতে থাকিবলৈ লোৱা এটা গঁড়। এদিনাখন আন্ধাৰ হোৱাৰ পাচত আমি ফুৰি চাকি ওভতি আহোঁতে এল্‌চাই হঠাৎ লণ্ডৰাকেইটা থকা ঘৰটোৰ পাচফাললৈ দৌৰ মাৰিলে। খুব হুলস্থুল লগা দেখি আমি চাবলৈ গৈ দেখিলোঁ, এল্‌চা আৰু গঁড়টোৱে মুখমুলিকৈ ফেৰ পাতি আছে। কি কৰোঁ কি নকৰো ভাবিব নোৱাৰি গঁড়টো খণ্ডতে গোঁ গোঁৱাই গুচি গ'ল, এলচাইও পাচ নেৰিলে। পাচদিনা গধূলি,

এলচা, মুক আৰু মই ফুৰি আহোঁতে বেচ বেলি হ'ল আৰু আন্ধাৰ হৈ আহিল। হঠাৎ চোমালি ল'ৰাজনে মোক কান্ধত ধৰি ৰখাই দিলে। সম্মুখৰ জোপোহাটোতে আমালৈ মুখকৰি গঁড়টো বৈ আছিল। মই পাচলৈ জাপ মাৰি দৌৰ দিলোঁ, এল্‌চাই মই কিবা ধেমালি কৰিছোঁ বুলি ভাবি তাইও মোৰ পাচে পাচে দৌৰিবলৈ ধৰিলে। ভাগ্যক্রমে ৰক্ষা পৰিলোঁ। কাৰণ গঁড়বিলাকৰ কথা একো ধৰিব নোৱাৰি, সিহঁতে যাকে তাকে আক্রমণ কৰে। ট্রাক্, ৰেলগাড়ী একো বাদ নিদিয়ে। পাচদিনা অৱশ্যে এল্‌চাই অলপ মজা কৰিলে। তাই গঁড়টোক হুমাইল আঁতৰৰ সমতল ভোখৰলৈ খেদি নিলে। পাচে পাচে গ'ল বিশ্বাসী মুক। ইয়াৰ পাচত গঁড়টো নিজে নিজে নিৰিবিলি ঠাইলৈ আঁতৰি গ'ল।

এল্‌চাৰ কাৰণে আমি এতিয়া এখন কটিন কৰি ললোঁ। ৰাতি-পুৱাবোৰ ঠাণ্ডা হৈ আহিল। দূৰৈত শান্তভাৱে জপিয়াই ফুৰা হৰিণা কিছুমান আমাৰ চকুত পৰিছিল আৰু সাৰ পাই এটা বিভিন্ন চৰাইৰ সমস্বৰ কাণপাতি শুনিছিলোঁ। পোহৰ হোৱাৰ লগে লগে মুকৰে এল্‌চাক এৰি দিয়ে আৰু দুয়োটাই জোপোহাৰ ফালে অলপ দূৰ আগবাঢ়ি যায়। অফুৰন্ত শক্তিৰে সিংহ পোৱালিটোৱে তাইৰ আগত পৰা যি কোনো বস্তু খেদি ফুৰে আনকি তাইৰ নেজডালো।

বেলিৰ পোহৰ উত্তপ্ত হৈ আহিলে তাই আৰু মুক এজোপা গছৰ ছাঁত বহে। এল্‌চা টোপনি যায় আৰু মুকৰে চাহ খাই কোৰাণখন পঢ়ে। এল্‌চা আৰু নিজক ৰক্ষা কৰিবলৈ মুকৰে এটা ৰাইফল লৈ ফুৰায়। অৱশ্যে আমাৰ শিকনিমতে গুলিয়াৰ আগতে সদায় চিঞৰে। সি এল্‌চাক সঁচাকৈয়ে বৰ মৰম কৰে আৰু ভাল ব্যৱহাৰ কৰে।

চাহ খাবৰ সময়ত সিহঁত দুয়োটা ঘৰ পায়হি। আমি তেতিয়া এল্‌চাৰ দায়িত্ব লওঁ। এল্‌চাই অলপ গাখীৰ খোৱাৰ পাচতে আমি

পাহাৰ বগাবলৈ যাওঁ বা তলৰ সমতলত খোজ কাঢ়োঁ। তাই গছত উঠে, নখবোৰ চোকা কৰে, পহু আৰু তেনে ধৰণৰ জন্তুবোৰৰ পাচে পাচে যায়। সিহঁতে কেতিয়াবা এল্চাৰ লগত লুকা-ভাকু খেলে। কাছৰ লগত তাইক খেলা দেখিও আমি আচৰিত হৈছিলোঁ। কাছটো তাই লুটিয়াই লুটিয়াই ধেমালি কৰে। খেলিবলৈ তাই বৰ ভাল পাইছিল। সুবিধা পালেই আমাৰ লগতো খেলা আৰম্ভ কৰি দিয়ে। আমি তাইৰ দলৰে, গতিকে আমাৰ সকলোতে তাই অংশ গ্ৰহণ কৰে।

আন্ধাৰ হোৱাৰ লগে লগে আমি ঘৰলৈ উভতি আহোঁ আৰু তাইক তাইৰ গঁড়াললৈ লৈ যাওঁ। তাত তাইৰ গধূলিৰ আহাৰ মজুত কৰা থাকে। আহাৰৰ ভিতৰত ভেৰা বা ছাগলীৰ কেঁচা মাংস। হাড়বোৰ চোবাই গুৰি কৰি তাই হাড়ৰ মাজৰ মজ্জা-খিনি খাইছিল। হাড় এডাল তাইৰ মুখৰ আগত দাঙি ধৰিলে তাইৰ কপালৰ শিৰবোৰ জোৰেৰে লৰচৰ কৰা লক্ষ্য কৰিছিলোঁ। মজ্জাখিনি মই তাইক উলিয়াই দিব লাগিছিল। মোৰ হাত দুটাত তাইৰ গধুৰ শৰীৰটোৰ ভৰ থৈ তাই বৰ লোভেৰে মোৰ আঙুলিত লগা মজ্জাবোৰ চেলেকি খাইছিল। এই সময়খিনি পেটিয়ে খিৰিকিৰ পাল্লাত বহি আমালৈ লক্ষ্য কৰি থাকে। তাই মনতে ভাবি সন্তোষ লাভ কৰে যে অলপ পাচতে তাইৰ পাল পৰিব। মোৰ ডিঙিত মেৰিয়াই ধৰি তাই গোটেই নিশা মোৰ লগত শুব পাব! তাৰ আগলৈকে অৱশ্যে মই এল্চাৰ লগত বহি তাইৰ লগত ধেমালি কৰোঁ বা তাইক চাই চাই ছবি আকোঁ বা কিতাপ পঢ়োঁ। সন্ধিয়াৰ এই সময়খিনি আমি বৰ ঘনিষ্ঠ হৈ পৰোঁ। খাই-বৈ পৰিতৃপ্তি লাভ কৰাৰ পাচত মোৰ আঙুলিকেইটা চুপি চুপি তাই মোৰ ওচৰতে টোপনি যায়। এই কেইঘণ্টা এনেকৈ একেলগে কটাবলৈ পোৱাৰ বাবে আমাৰ প্ৰতি তাইৰো মৰম সোমাইছিল। কেৱল জোনাক ৰাতিবোৰত তাই অস্থিৰ হৈ

পৰিছিল। জালৰ বেৰৰ চাৰিওফালে তাই ঘূৰি ফুৰিছিল আৰু নাকেৰে শুঙি শুঙি বাহিৰৰ প্ৰহেলিকাময় নিশাৰ কিবা খবৰ পায় নেকি জানিবলৈ চেষ্টা কৰিছিল। নাৰ্ভাচ হলে তাইৰ হাতোৰাবোৰ ঘামিছিল। হাতোৰাবোৰ চুই চায়েই মই তাইৰ মনৰ অৱস্থা গম পাইছিলোঁ।।

## তৃতীয় অধ্যায়

## এলচাৰ ভাৰত মহাসাগৰ গমন

এল্‌চা এতিয়া এবছৰীয়া হ'ল। তাইৰ নতুন দাঁত ওলাল। লবচৰ নকৰাকৈ তাই এবাৰ মোক গাখীৰ খোৱা দাঁত এটা টানি উথালিবলৈ পাতি দিছিল। মাংস কামুৰিবলৈ তাই কুকুৰ দাঁত কেইটাহে ব্যৱহাৰ কৰিছিল, আগ দাঁত নহয়। কিন্তু তাইৰ অতিপাত খহতা জিভা খনেৰে মাংসবোৰ হাড়ৰ পৰা একৰাই নিছিল৷ তাইৰ চেলিভা বৰ ৰসাল আৰু বৰ নিমখীয়া আছিল।

পেটি বুঢ়া হৈ অহাত তাইক এতিয়া বৰ শান্তিৰে থাকিবলৈ দিওঁ। আমাৰ আঞ্চলিক চুটি পোৱাৰ সময় হোৱাত আমি চুটিৰ দিনকেইটা সাগৰৰ পাৰত কটাবলৈকে ঠিক কৰিলে। বাৰ্জু (Barjun) মাছমৰীয়া গাঁও এখনৰ ওচৰতে এডোখৰ নিজান ঠাই বাচি ললোঁ। চোমালি সীমান্তৰ পৰা বৰ বেছি দূৰত নহয়। তাৰ পৰা আটাইতকৈ ওচৰৰ শ্বেতাঙ্গসকল নব্বৈ মাইল আঁতৰত দক্ষিণ লামুত আছিল। এল্‌চাৰ বাবে এইডোখৰ ঠাইয়েই উৎকৃষ্ট আছিল। কিয়নো মানুহৰ আঁতৰত সাগৰৰ পাৰত আমাৰ কেম্প হব আৰু আমাৰ চাৰিওফালে থাকিব কট্‌ফটীয়া পৰিষ্কাৰ বালি; আৰু পাচফালে থকা জোপোহা গছবোৰে আমাক ছাঁ দিব।

আমাৰ লগত দুজন বন্ধু ললোঁ। এজন ডেকা জিলা বিষয়া জন আৰু আনজন হাৰ্বাট, অষ্ট্ৰিয়া দেশৰ এজন লেখক। দেওঁ আমাৰ আলহী হৈ আছিল।

সুদীৰ্ঘ পথ, বাটুও বৰ বেয়া। গন্তব্য স্থান পাওঁতে আমাৰ তিনিদিন লাগিল। এল্‌চাক লগত লৈ মই ট্ৰাকখনেৰে আগত গ'লোঁ। জৰ্জ্জ আৰু আনবিলাকে দুখন লেণ্ডৰ'ভাৰেৰে পেটিৰ সৈতে পাচে

পাচে আহিছিল। আমি যিখন দেশৰ মাজেৰে গৈছিলোঁ। সেইখন শুকান, বালিময় আৰু বৰ গৰম 'আছিল। এদিন এঠাইত বাটটো উটৰ গোবৰেৰে পৰিপূৰ্ণ দেখিছিলোঁ। আন্ধাৰ হৈ আহিলত মই বাট হেৰুৱালোঁ। গাড়ীত পেট্ৰলো নাইকিয়া হ'ল। জৰ্জ মোৰ পাচে পাচে আহি পাবহি বুলি মই অপেক্ষা কৰি বলোঁ। কেইবাঘণ্টাৰ পাচতহে তেওঁৰ গাড়ীৰ লাইটৰ পোহৰ দেখা পালোঁ। তাৰ পৰা কেইমাইলমান আগত আমাৰ টম্বু তৰা হৈ গ'ল। জৰ্জে জনালে যে আমি বেগাই উভতি যাব লাগিব, যিহেতু গৰমত 'চানষ্ট্ৰক' হৈ পেটি বৰ অসুস্থ হৈ পৰিছে। জৰ্জে তাইক শক্তি পাবৰ বাবে অলপ ব্ৰাণ্ডি খুৱালে। কিন্তু বৰ আশা নাছিল। কেম্পলৈ উভতি যোৱা বাট-ডোখৰ মোৰ বাবে অন্তহীন যেন লাগিছিল। পেটিক মই অজ্ঞান অৱস্থাত পাইছিলোঁ গৈ। তাইৰ বুকুখন বৰকৈ ধপধপাইছিল। তাই যে আৰু সহ্য কৰিব পাৰিব সেইটো অসম্ভৱ আছিল। লাহে লাহে তাই অলপ জ্ঞান পালে। মোক দেখা পাই বৰ দুৰ্বল ভাবে দাঁতে দাঁতে ঘঁহাবলৈ চেষ্টা কৰিলে। মোৰ প্ৰতি তাইৰ মৰম তাই এনেকৈয়ে প্ৰদৰ্শন কৰিছিল। এইয়েই মোৰ বাবে তাইৰ মনোভাবৰ শেষ প্ৰকাশ। পাচত তাই শান্ত হৈ পৰিছিল, তাইৰ বুকুৰ ধপধপনি কমি কমি স্তব্ধ হৈ গ'ল। হঠাৎ তাইৰ অকণমানি দেহাটো জিকাৰ খাই ঠেং-ভৰি মেলি পৰি গ'ল। পেটি মৰিল! মই তাইক আঁকোৱালি ললোঁ। তাইৰ গৰম গাটো ঠাণ্ডা হবলৈ বহুত দেৰি লাগিল।

সাত বছৰ ছমাহ ধৰি আমাৰ জীৱনৰ অংশীদাৰ হৈ তাই আমাক দিয়া সুখৰ মুহূৰ্তবিলাকৰ কথা মই ভাবিবলৈ ধৰিলোঁ। কিমান চাকাৰিত তাই মোৰ সতে একেলগে আছিল। কভ'লৃক হ্ৰদলৈও গৈছিল। তাৰ গৰমটোও তাইৰ বাবে বৰ তীব্ৰ আছিল সাগৰৰ পাৰলৈ যাওঁতে তাই কেইবাঘণ্টাও জাহাজত কোঁচ মোচ খাই আছিল। মাউণ্ট কেনিয়াৰ দলনি পথাৰবোৰ তাই ভাল পাইছিল। চাউতা উপত্যকা, মাউণ্ট ষ্টাকত ওখ ওখ পাহাৰৰ গাত মই উঠি যোৱা

গাধটোৰ গাত তাই বৰ বুদ্ধিৰে খামোচ মাৰি ধৰি গৈছিল। মই আফ্ৰিকাৰ অধিবাসীবোৰৰ ছবি আঁকোতে কেম্প কৰিব পৰা সকলো ঠাইলৈকে তাই মোৰ লগত গৈছিল। কেতিয়াবা মাহ ধৰি কেৱল তাইয়েই মোৰ একমাত্ৰ সঙ্গী আছিল।

তাইৰ সহ্য কৰিব পৰা গুণ অসীম আছিল। আমাৰ ঘৰত প্ৰৱেশ কৰা আফ্ৰিকাৰ জনজাতীয় কেঁচুৱাবিলাক, নেউল, কেৰ্কেটুৱা আটাইবোৰ তাইৰ সঙ্গী আছিল। সিংহ পোৱালীকেইটাকো তাই কিমান ভাল পাইছিল! খাবৰ সময়ত তাই মোৰ প্লেটৰ কাষত বহি থাকে, তাইলৈ ইটো-সিটো আগবঢ়াই দিলে মোৰ হাতৰ পৰা লাহেকৈ লৈ গৈছিল। তাই মোৰ অংশ বিশেষ হৈ পৰিছিল।

ভ্ৰাইক মই কাপোৰ এখনেৰে মেৰিয়াই তাইৰ ফিটা, গাত পিন্ধা কাপোৰ আদি সঁজুলিবোৰ লগতে বান্ধি দি কেম্পৰ পৰা অলপ দূৰলৈ লৈ গ'লোঁ। সেই ঠাইতে মই তাইৰ কবৰ খান্দিলোঁ। ৰাতিটো গৰম আছিল। আমাৰ চাৰিও কালৰ বিস্তৃত সমভূমি, জোনৰ পোহৰত ছাঁবোৰ ম্লান পৰি গৈছিল। চাৰিওকালে নিস্তব্ধ আৰু বৰ শান্তিপূৰ্ণ আছিল।

পিচদিনা আমি আকৌ যাত্ৰা আৰম্ভ কৰিলোঁ। বাটটো বৰ বেয়া হোৱাত মই তাতেই মনোনিবেশ কৰিব লগা হোৱাত ভালেই পালোঁ।

আমি সাগৰৰ উপকূল পাওঁমানে বেলি দুপৰ হ'ল। আমাক সম্ভাষণ জনাবলৈ অহা মাছমৰীয়াবোৰে সিংহ এটাই সেই অঞ্চলত বৰ উৎপাত কৰাৰ কথা জনালে। প্ৰায় প্ৰতি নিশা সিংহটোৱে সিহঁতৰ ছাগলীবোৰ ধৰেহি, জৰ্জে সিংহটো মাৰিব বুলি সিহঁতে আশাৰে বাট চাই আছিল। টম্বু তৰিবলৈ সময় নথকাত আমি বাহিৰতে বিচনা কৰিলোঁ। চাৰিজন ইউৰোপীয় আৰু দুজন আফ্ৰিকাদেশীয় মানুহৰ ভিতৰত মইয়েই একমাত্ৰ মহিলা আৰু মই মোৰ বিচনাখন অলপ আঁতৰত কৰিছিলোঁ। মোৰ ওচৰতে মোৰ ট্ৰাকখনৰ ওপৰত এলচা আছিল। অলপ পাচতেই মোৰ বাহিৰে

সকলোবোৰ টোপনি গ'ল। হঠাৎ কিবা টনাৰ শব্দ শুনি মই টৰ্চমাৰি দিলোঁ, মোৰ বিচনাৰ কেইগজমান আঁতৰত এটা সিংহ, তাৰ মুখত সেই দিনা আমি মৰা পহুটোৰ চালখন।

প্ৰথমে মই এলচা বুলি ভাবিছিলোঁ পিচে, তাইক মই গাড়ীৰ পাচফালে দেখিলোঁ। আকৌ চাই পঠিয়ালোঁ, সিংহটোৱে মোৰ ফালে একেথৰে চাই আছিল আৰু সি গোজৰিছিল। মই জৰ্জৰ ফালে আগবাঢ়ি গ'লোঁ আৰু বৰ বুৰবকৰ দৰে সিংহটোৰ ফালে পিঠি দিলো। আমি ইটোৰ পৰা সিটো বৰ বেছি আঁতৰত নাছিলোঁ। সিংহটো মোৰ পাচে পাচে অহা যেন লাগিছিল। মই ঘূৰি তাৰ মুখলৈ টৰ্চ মাৰি দিলোঁ, সেই সময়ত আমাৰ মাজৰ ব্যৱধান মাত্ৰ আঠ গজ আছিল। পাচ হুহকি পাচ হুহকি নাক বজাই শুই থকা পুৰুষসকলৰ কেম্প্ বেডবোৰৰ ওচৰ পালোঁগৈ। নাকেৰে শব্দ কৰি তেওঁলোক দোৰ্ঘোৰ টোপনিত নিমগ্ন। কেৱল জৰ্জে সাৰ পালে। সিংহ এটা পাচে পাচে অহা বুলি ক'লত তেওঁ বিশ্বাস নকৰি ক'লে, "বাজে কথা। কুকুৰনেচীয়া বাঘ বা ঢেঁকীয়াপতীয়া বাঘ অৰণ্যে হব পাৰে।" তথাপিও তেওঁ ৰাইফলটো লৈ মই দেখুওৱা ফালে আগবাঢ়ি গ'ল, তাতে স্পষ্টকৈ তৰ্ তৰাই থকা চকু দুটা দেখিলে আৰু সিংহৰ গোজৰণিও শুনিবলৈ পালে। জনজাতীয়সকলৰ ছাগলী ধৰি উৎপাত কৰি ফুৰা সিংহটো যে এইটোৱেই সেই বিষয়ে নিশ্চিত হ'ল। গাড়ীখনৰ পৰা ত্ৰিশ গজ আঁতৰৰ এজোপা গছত ভাগৰ মাংস এডোখৰ ওলোমাই থৈ সিংহটোৰ বাবে তেওঁ অপেক্ষা কৰি থাকিল।

অলপ সময়ৰ পাচতে গাড়ীবোৰৰ পাচফালে আমাৰ ৰন্ধাবঢ়া কৰা ঠাইৰ পৰা মতং মতং শব্দ শুনিবলৈ পালোঁ। জৰ্জে সেইফালে বগুৱা বাই গৈ ৰাইফল টোঁৱাই টৰ্চ মাৰি দিলে। সিংহটোৱে আমাৰ বাকী থকা আহাৰবোৰ শেষ কৰি চচ্‌পেনবোৰৰ মাজত বহি আছিল। জৰ্জে ৰাইফলৰ ট্ৰিইগাৰটো টিপিলে, ক্লিক্ কৈ শব্দ এটাহে হ'ল। আকৌ টিপিলে, একেই কথা। আচলতে তেওঁ ৰাইফলটোত গুলি ভৰাবলৈ পাহৰি গৈছিল। সিংহটো উঠি জঁপিয়াই আঁতৰি গ'ল।

জৰ্জে লাজ পাই বাইকলত গুলি ভৰাই আগৰ ঠাইলৈ গ'ল। বহুত বেলিৰ মূৰত ওলোমাই থোৱা মঙহ টুকুৰা টনা শুনিবলৈ পাই গাড়ীৰ লাইটটো জ্বলাই দিলে। পোহৰ পৰিলত সিংহটো ভালকৈ ওলাই পৰিল, জৰ্জে তেতিয়া তাৰ বুকুলৈ টোৱাই গুলীয়াই দিলে।

এইটো এটা কেশৰবিহীন ডেকা বয়সৰ সিংহ। সেই অঞ্চলতহে দেখা যায়। পোহৰ হৈ আহিলত আমি তাৰ খোজৰ চিনবোৰ পৰীক্ষা কৰি জানিব পাৰিলোঁ, প্ৰথমে সি মাৰি থোৱা পহুটোৰ চালত ধৰি মোৰ বিচনাৰ পৰা বিশ গজমান ওচৰলৈ টানি আনি তাৰ আহাৰ খাই ললে। পেট ভৰিলত সি লাহে-ধীৰে কেম্পটো এপাক ঘূৰিলে। এল্‌চাই এই সকলোবোৰ মনোযোগেৰে লক্ষ্য কৰি আছিল যদিও এটাও শব্দ কৰা নাছিল।

বেলি উঠাৰ লগে লগে আমাৰ গোটেই দলটো একে লগে সাগৰৰ পাৰলৈ গ'লোঁ, এল্‌চাক ভাৰত মহাসাগৰ দেখুৱাবলৈ। তেতিয়া ঢৌবোৰ পাৰৰ পৰা আঁতৰি গৈছিল। ঢৌৰ শব্দ আৰু গতি দেখি তাই নাৰ্ভাচ কৰিছিল। পাচত বৰ সাৱধানেৰে পানীবোৰ শুঙি চালে, ফেনবোৰ ভাঙি ভাঙি দিলে আৰু পানী খাবলৈ মূৰটো তললৈ কৰি মুখখন পানীত ভৰাই দিলে। সাগৰৰ লুণীয়া পানী মুখত দিয়াৰ লগে লগে তাইৰ নাক কোঁচ খাই আহিল, তাই বৰ বিৰক্তি প্ৰকাশ কৰিলে। কিন্তু বাকীবোৰে পানীত নামি গাধোৱা দেখি তাই আমাৰ ওপৰত ভৰসা কৰি পানীত নামি গ'ল। পানী খেলিবলৈ পাই তাই কব নোৱাৰা হৈ গ'ল। বৰষুণৰ পানী জমা হোৱা ডোঙা, বাম নদী এইবোৰেই তাইক আগতে উত্তেজিত কৰিছিল। এতিয়া এই মহাসাগৰখন তাইৰ বাবে স্বৰ্গ যেন হ'ল। তাই কিছু মাজলৈ অনায়াসে সাঁতুৰি গ'ল। তাই আমাৰ গাত জঁপিয়াই পৰি পানীত বুৰাই দিয়ে আৰু তাৰ আগতে নেজেৰে পানীমাৰি আমাৰ মুখতো লুণীয়া পানী সুমুৱাইহে ক্ষান্ত হৈছিল।

তাই আমাৰ লগত সকলো ঠাইলৈকে গৈছিল। সেইবাবে বাকীবোৰে মাছ মাৰিবলৈ গ'লে মই কেম্পতে আছিলোঁ।

নহলে তাই নাৱৰ পৰা নামি নাৱৰ পাচে পাচে সাঁতুৰিবলৈ ধৰিলেহেঁতেন।

কনিয়া উপকূলৰ এই শিলাময় অঞ্চলটোৱেই কেৱল মাছৰ বাবে আটাইতকৈ ভাল। চকুত গ'গলচ পিন্ধি জাঠি লৈ আমি পানীৰে তলৰ বিস্ময়পূৰ্ণ জগতখনলৈ ডুব দিছিলোঁ। কিছুমান প্ৰবাল পেগোডাৰ আকৃতিৰ, বাকীবোৰ দৈত্যাকায় মগৰটোৰ দৰে, কিছুমান আকৌ কাঠফুলাৰ দৰে ওপৰত বেঙুনীয়া গোলাপফুল অঁকা বা সেউজীয়া ভাজ থকা বা আঁচ পৰা। অকণ অকণ মাছবোৰ লুকাই থকা উজ্জ্বল ৰঙৰ ঘাঁহবোৰ পানীৰ সোঁতৰ লগত হালি জালি থাকে। দঁ উপত্যকাৰ মাজেৰে আমি সাঁতুৰিছিলো। প্ৰায়ে ডাঙৰ ডাঙৰ গুহাৰ সম্মুখ পাইছিলোঁ গৈ। তাৰ ভিতৰত ক্ষীণ পোহৰ পৰি থকা সুৰঙ্গবোৰলৈ জুমি চাইছিলোঁ। তাৰ ভিতৰৰ পৰা কেৱল মাছবোৰ ওলাই আহিছিল আৰু আমাৰ দৰে বিশাল আকৃতিৰ প্ৰাণী দেখি উৎসুক আৰু হতভম্ব হৈ পৰিছিল। সিহঁত আচৰিত হোৱাটো স্বাভাৱিক কিয়নো পানীৰ তলত সকলো বস্তু নিজৰ আকৃতিতকৈ দুগুণ ডাঙৰ দেখি।

আমি সাঁতোৰোতে কেটেলা পহুৰ দৰে গাত ৰঙা আঁচ থকা কিছুমান মাছ দেখিছিলোঁ। এই মাছবোৰে সিহঁতৰ ক্ষিছাবোৰ পাখী লগা ভেউকালৈ পৰিবৰ্তন কৰি প্ৰবালৰ ওচৰে ওচৰে পখিলাৰ দৰে উৰি ফুৰে। কিছুমান সোণালী বাকচৰ দৰে আৰু গাত নীলা ফুট থকা, চকুৰ ওপৰত গৰুৰ দৰে শিং আছে। কিছুমান গাঢ় নীলা; সিহঁতৰ চেপেটা ক্ষালে আফ্ৰিকাৰ মানচিত্ৰৰ দৰে হালধীয়া ছবি অঁকা, কিছুমান ৰঙীন চেচ্‌বৰ্ডৰ দৰে, কিছুমান জেব্ৰাৰ দৰে গাত আঁচ থকা, কিছুমানক মুখা পিন্ধা যেন দেখি। সিহঁতে সিহঁতৰ দীঘল ক্ষিছাবোৰ মেলি দিলে সিহঁতক ওপঙি থকা, ৰং-বিৰঙৰ ওৰণিবোৰ যেন দেখি। কিছুমান টোটোলা থকা মাছে টোটোলাবোৰ ফুলাই আত্মৰক্ষাৰ বাবে কাঠিৰ দৰে বস্তু উলিয়াই পঠিয়াই আৰু কিছুমানৰ ক্ষিছাৰ তলৰ পৰা ভয়ত্তে এক ইঞ্চিমান দীঘল কটাৰীৰ নিচিনা জোঙা

বস্তু ওলাই আছে। কিছুমানে সাগৰৰ তলিতে চেপেটা হৈ বৃহদাকাৰ চেপেটা চ'ল্ মাছবোৰৰ দৰে বালিৰ লগত মিলি থাকি প্ৰতাৰণা কৰে। বালিত পোত গৈ থকা 'ক্লেম' বোৰৰ বালিৰ ওপৰত সামান্যৰূপে ওলাই থকা মুখৰ আগত পৰিলে কি যে হব। শিলত থকা বিষাক্ত মাছবোৰ আৰু চিকাৰি 'ক্ৰেইফিচ'বোৰ দেখিবলৈ ধুনীয়া, সাগৰৰ এলিকুলবোৰৰ বিষাক্ত শিখাবোৰৰ; ভাগ্যে আমি দেখাৰ আগতেই বালিত লুকাই পৰিছিল।

আমি পানীৰ ভিতৰত ভাঁহি ফুৰোতে এই ধুনীয়া উজ্জ্বল বস্তুবোৰ চাই মুগ্ধ হৈ থকাৰ সময়ত এল্‌চাই এটা ৰথীয়াৰ নজৰত মেনগ্ৰোভ গছৰ ছাঁৰ তলত জিৰণি লৈছিল। সেইকালে যোৱা মাছমৰীয়াবোৰে তাইৰ উপস্থিতিৰ কথা গম পাই বাট সলাই কাপোৰ কোঁচাই সাগৰৰ পানীত নামি আন বাটেদি গৈছিল। কিন্তু এল্‌চাই সাঁতুৰিব পাৰে বুলি জনা হলে কিজানি পানীত নামিও সিহঁতে নিৰাপদ বুলি কেতিয়াও নেভাবিলেহেঁতেন।

তাই সাগৰৰ পাৰে পাৰে ফুৰিবলৈ ভাল পাইছিল। মাজে মাজে ফেনৰ ওপৰত ভাঁহি উঠানমা কৰি থকা নাৰিকলবোৰ ধৰিবলৈ খেদি গ'লে চৌৱে পানী মাৰি তাইক জুকলিজুপুৰি কৰিছিল। কেতিয়াবা আমি নাৰিকল এটাত ৰচী লগাই মুৰিত ঘুৰাই থাকোঁ, তাই ওপৰলৈ জাপ মাৰি ধৰিবলৈ চেষ্টা কৰে। সাগৰৰ পাৰত ওপৰৰ বালিতকৈ তলৰ বালিবোৰ জেকা আৰু ঠাণ্ডা, এই কথা গম পাই তাই গাত খান্দি তাত লেটি লোৱা হ'ল। প্ৰায়ে তাই সমুদ্ৰৰ পাৰৰ দীঘল ঘাঁহবোৰ অঁাজুৰি অঁাজুৰি তাৰ মাজত নিজকে মেৰাই লৈছিল, তেতিয়া তাইক দেখিবলৈ সাগৰৰ বুঢ়াভূতৰ দৰে লাগিছিল। কোঁকাৰাবোৰে আকৌ তাইক বৰ আমোদ দিছিল। বেলি মাৰ যাবৰ পৰত সাগৰৰ পাৰবোৰ এই গুলপীয়া প্ৰাণীবোৰেৰে জীৱন্ত হৈ পৰে। সিহঁতে গাঁতৰ পৰা বগাই বগাই পানীলৈ নামি আহে। সাগৰৰ চৌৱে সিহঁতক আকৌ পাৰলৈ পঠাই দিয়ে। সিহঁতে আকৌ নামে আকৌ চৌৱে উঠাই দিয়ে। অৱশেষত

সিহঁতৰ ধৈৰ্য্যৰ জয় হৈছিল। চোৰে আকৌ উঠাই দিয়াৰ আগতে লবালৰিকৈ ঘাঁহ কিছুমান ধৰি লৈ গাঁতৰ ভিতৰলৈ সুমুৱাই লৈ যায়। এলচাই এই ব্যস্ত প্ৰাণীবিলাককো শান্তি নিদিছিল। তাই এটাৰ পৰা আন এটাৰ ওচৰলৈ অহা যোৱা কৰি থাকে আৰু সিহঁতে সুবিধা পালেই তাইৰ কোমল নাকটোত আঁচোৰ মাৰি দিছিল। তাইও পিচ হোঁহকা নাছিল। আকৌ থাপ মাৰিবলৈ গৈ আকৌ নাকত আঁচোৰ খাইছিল। এলচাৰ বিৰোধী পক্ষ হাতী, ম'হ, গঁড় কাকো বাদ নিদি এই কেঁকোৰা কেইটাইহে তাইক পৰাস্ত কৰিব পাৰিছিল। এইটো কেঁকোৰাৰ ৰেকৰ্ড। সিহঁতে গাঁতৰ একাষে সিহঁতৰ শুনপীয়া হাতোৰা থিয় কৰি ৰৈ থাকে, এলচাই যিমানেই চতুৰালি নকৰক, সিহঁত এলচাতকৈ বৰ খৰ হোৱাত এলচাই প্ৰত্যেকবাৰ নাকত আঁচোৰ খায়।

সেই সময়ত এলচাক খুওৱাটো বৰ ডাঙৰ সমস্যা হৈ পৰিছিল। তাৰ মাছমৰীয়াবোৰে এলচাৰ পৰাই সিহঁতৰ উপাৰ্জনৰ বাট ওলোৱা দেখি ছাগলীবোৰৰ দাম অতিপাত বঢ়াই দিলে। আৰু সিহঁতে আগতে দেখি নোপোৱা বহুতো বিলাসৰ বস্তু কিনিবলৈ সমৰ্থ হৈছিল। অৱশেষত শেষৰ কেইদিনত তাই দাম বঢ়োৱাৰ প্ৰতিশোধ ললে। চৰণীয়া মানুহকেইটাই সিহঁতৰ জন্তুবোৰ ঘাঁহ খাবলৈ জোপোহাবোৰৰ মাজত এৰি দিছিল। বাঘ, সিংহই তেনে অৱস্থাত সিহঁতক সহজেই ধৰিব পাৰিছিল। এদিন সন্ধিয়া শুবৰ সময় হ'ল যদিও আমি নাৎকেই-খনলৈ বাট চাই সাগৰৰ পাৰত ৰৈ আছিলোঁ, এলচাই হঠাৎ জোপোহাৰ মাজলৈ দৌৰ দিলে। অলপ সময়ৰ পাচত আমি জোৰেৰে কেকুঁকৈ চিঞৰা শুনিলোঁ, তাৰ পাচত নিস্তব্ধ। তাই বোধহয় ছাগলীজনী অকলে সকলে ঘাঁহ খাই থকা গম পাইছিল। তাই গৈ ছাগলীজনীৰ ওপৰত জঁপিয়াই পৰিল কিন্তু আগতে জন্তু মাৰি পোৱা নাই বাবে এতিয়া কি কৰিব চিন্তাত পৰিল। আমি গৈ তাত ওলালত তাই আমাৰ সহায় বিচাৰিলে। এলচাই ছাগলীটো হেঁচি ধৰি থাকোতেই জৰ্জে গুলিয়াই মাৰি পেলালে।

ছাগলীমৰা সংক্ৰান্তত গৱাকীৰ পৰা কোনো আপত্তি নাহিলত

আমিও মনে মনে থাকিলোঁ। নহলে জৰিমনা আদায় কৰাৰ লোভত উত্তৰে দক্ষিণে মৰিবান্দৰ ছাগলীবোৰ এলচাই মাৰিবলৈকে গৰাকীবোৰে এৰি দিলেহেঁতেন। জৰ্জে অঞ্চলটোক সিহঁতৰ ছাগলীবোৰ খোৱা সিংহটোৰ পৰা যে ৰক্ষা কৰিলে এই কথা ভাবি আৰু এলচাৰ বাবে কিনা লেবেলা চেপেটা ছাগলী এটাৰ বাবেও আমি যি চৰা দাম দিব-লগীয়া হৈছিল তাকে বিবেচনা কৰি আমি বিবেকৰ দংশনৰ পৰা মুক্তি পাইছিলোঁ।

আমাৰ ছুটিৰ শেষৰ ফালে জৰ্জ মেলেৰিয়া ৰোগত আক্ৰান্ত হৈছিল। কিন্তু মাছ মাৰিবলৈ যাবলৈ তেওঁ ইমানেই ভাল পাইছিল যে, যিমান 'মেপাক্ৰিন' ঔষধ খাব লাগে তাতকৈ বেছি খাই লৈছিল আৰু যিমান দিন বিচনাত জিৰাব লাগে তাৰ আগতেই উঠি ফুৰিছিল।

এদিন এলচাৰ সৈতে সাগৰৰ পাৰত ফুৰি উভতি আহোঁতে কেম্পৰ ওচৰ পালত চিঞৰ-বাখৰ, গা'ল-শপনি শুনি মই ভয় খাই গ'লোঁ। এলচাক ট্ৰাকত ভৰাই কেম্পলৈ দৌৰ মাৰি গৈ জৰ্জক লেউ সেউ হৈ চকি এখনত প্ৰায় অচেতন অৱস্থাত পৰি থকা দেখিলোঁ। তেওঁ বৰ ভয় লগাকৈ কেঁকাইছিল। আৰু মাজে মাজে মোক বিচাৰিছিল। এলচাৰ প্ৰতি গালি বৰ্ষণ কৰি নিজকে গুলিয়াৰ খুজিছে বুলি কৈ বিভলভাৰটো বিচাৰি ফুৰিছিল। এই অৰ্ধচেতন অৱস্থাতো তেওঁ মোক চিনি পালে। মোক টানকৈ ধৰি ললে আৰু কবলৈ ধৰিলে, যিহেতু মই তেওঁৰ ওচৰত আছোঁ এতিয়া তেওঁ নিশ্চিন্তভাবে বিশ্ৰাম কৰিব পাৰে আৰু মৰিব পাৰে। মই বৰ সচকিত হৈ পৰিলোঁ। কাম কৰা ল'ৰাকেইটাই ভয় ভয়কৈ দূৰৈৰ পৰা চাই থাকিল। আমাৰ বন্ধুজনোও অসহায় হৈ থাকিল। কেৱল তেওঁ হাতত এডাল বেত লৈ জৰ্জ উগ্ৰ হৈ উঠিলে তেওঁক কোবাব বুলি ক'লে। তেওঁলোকে ফুচফুচাই মোক জনালে সে জৰ্জে হঠাতে হাত-ভৰি মাৰি মোক বিচাৰি চিঞৰ-বাখৰ কৰিবলৈ ধৰিলে আৰু নিজকে মাৰিবলৈ ৰিভলভাৰটো বিচাৰিলে। ভাগ্যক্ৰমে তেওঁ জ্ঞান হেৰুৱাৰ আগতেই মই ওলালোঁহি। এতিয়া তেওঁক বিচনালৈ নি শান্ত

কৰাটোৱেই আচল কথা হ'ল। তেওঁক ধৰি-মেলি দাড়ি নিবৰ সময়ত সংজ্ঞা নাছিল আৰু গাটো একেবাৰে চেঁচা আছিল। মনে মনে মই বৰ ভয় খাইছিলোঁ৷ যদিও তেওঁৰ লগত লাহে লাহে কথা পাতিবলৈ ধৰিলোঁ। আবেলি সাগৰৰ পাৰত আমাৰ ফুৰাৰ কথা কলোঁ, ৰাতিৰ আহাৰৰ বাবে আমি কি মাছ খাম সেই বিষয়ে কৈ মই পোৱা শামুকৰ খোলাটোৰ কথা আৰু তেওঁৰ আচৰিত আচৰণৰ কথা কৈ অলপ ধেমালি কৰিলোঁ। কিন্তু এই সময়খিনিত তেওঁ মৰিব বুলি মনত সন্দেহ হৈছিল। সৰু ল'ৰা এটাৰ দৰে তেওঁক শান্ত কৰিবলৈ কৰা মোৰ প্ৰচেষ্টাৰ প্ৰতি সঁহাৰি জনাই শান্ত হৈ মনে মনে আছিল। কিন্তু তেওঁৰ চকুৰ কুমকেইটা নীলা পৰি গৈছিল, নাকৰ পাহিকেইটা পৰি গৈছিল আৰু চকুকেইটা জাপ গৈছিল। তেওঁ সৰু সৰুকৈ কৈছিল যে ৰবৰ শীতল সোঁত এটা তেওঁৰ ভৰিৰ পৰা কলিজাৰ ফালে বৰলৈ ধৰিছে আৰু তেওঁৰ হাত কেইখন সমানে নিশ্চল আৰু চেঁচা পৰি আহিছে। দুয়োটা শীতল প্ৰবাহ কলিজাত মিলিলেই তেওঁৰ মৃত্যু হ'ব। হঠাৎ তেওঁ ভয়ত শিয়ৰি উঠিল আৰু মোক গৰা মাৰি ধৰি আতুৰ হৈ জীয়াই থকাৰ চেষ্টা কৰিলে। মই তেওঁৰ শুকান ওঁঠ দুখনৰ মাজেদি অলপ ব্ৰাণ্ডি ৰাকি দিলোঁ। লাহে লাহে গালে-মুখে হাত ফুৰাই দি কৰিবলৈ থকা কিবা কিবি কামৰ কথা কৈ মনটো আনফালে নিবলৈ চেষ্টা কৰিলোঁ। ইচিঅ'নুৰ পৰা অনা তেওঁৰ জন্মদিনৰ কে'কটোৰ কথা জনালোঁ আৰু ক'লোঁ যে আমি সেই কে'কটো সেই নিশাই তেওঁ উঠিব পৰা হলেই খাব লাগিব।

তেওঁৰ এই অৱস্থা হোৱাৰ কাৰণ মই ভালকৈ জানিছিলোঁ। বেছি মাত্ৰা 'মেপাক্ৰিণ' খোৱাবাবে তেওঁৰ বিষক্ৰিয়া হৈছিল। তাৰোপৰি এই ঔষধখিনিক কাম কৰিবলৈ সময় নিদি তেওঁ সাগৰৰ পানীত ডুবদি 'গগ্‌লিঙ' কৰিবলৈ যোৱাতেই প্ৰতিক্ৰিয়া সাংঘাতিক বেছি হৈছিল। কেইবাবছৰৰ আগতেও তেওঁৰ এনেকুৱা দৰৱৰ প্ৰতিক্ৰিয়া হৈছিল। তাৰপৰাই মই লক্ষণবোৰ ধৰিব পাৰিছিলোঁ। তেওঁৰ টোপনি অহাৰ আগতেই ৰাতিটো পুৱাই গ'ল। মাজে মাজে আকৌ বেছি হৈছিল,

তেওঁ ভ্ৰম বকিবলৈ ধৰিছিল, মগজৰ প্ৰতিক্ৰিয়া খুব বৃদ্ধি পাইছিল আৰু অৰ্থহীন কথাবোৰ কৈছিল। পিচদিনা পুৱা মই 'নামু' লৈ এজন ডাক্তৰ বিচাৰি পঠালোঁ। কিন্তু সুদক্ষ ভাৰতীয় ডাক্তৰজনে অৰ্জৰ বাবে বিশেষ একো কৰিব নোৱাৰিলে। তেওঁ কেৱল টোপনি যোৱা পিল খাবলৈ ক'লে আৰু সাগৰৰ পানীত নামি গাগ্‌লিং কৰিবলৈ নগ'লে ভাল হৈ যাব বুলি বিশ্বাস জন্মালে।

অৰ্জ যথেষ্ট সুস্থ হৈ আহিলত আমি ইচিঅন্নু'লৈ ঘুৰি আহিলোঁ। সকলো ছুটিৰ দৰে এইবাৰো ছুটিৰ দিনকেইটা বৰ খৰকৈ পাৰ হৈ শেষ হ'ল। কিন্তু ঘৰ পাওঁতে মানে আমাৰ গাৰ বং গাঢ় মটীয়া বৰণৰ হ'ল। সাগৰত গা ধোৱা বাবে এলচাৰ গাৰ নোমবোৰো বৰ ধূনীয়া হৈ পৰিল।

## চতুৰ্থ অধ্যায়
## নৰখাদক সিংহকেইটা

ইচিঅ'লৈ আমি ঘূৰি অহাৰ কেইদিনমান পাচতে এলচাক এদিন বৰ কষ্টেৰে খোজ কঢ়া দেখিলোঁ। তাইৰ অসহ্য বিষ হৈ'ছিল। তেতিয়া আমি সান্ধ্য ভ্ৰমণ কৰি উভতি আহিছিলোঁ। ঘৰ পোৱাৰ আগতে বাটডোখৰ শিলৰ থিয় গৰা আৰু কাঁইটীয়া জোপোহাৰে আগুৰা আছিল। এলচা বাটতে বৈ গ'ল, তাইৰ আৰু খোজ নচলিল। জৰ্জে ভাবিলে তাইৰ শৌচ হোৱা নাই বাবেহে এনে হৈছে। সেইবাবে তাতে তাইক এনিমা দিয়াৰ কথা ক'লে। তাৰ মানে সেই বাটডোখৰ পাৰ হৈ মই ঘৰলৈ আহিবলগীয়াত পৰিল। এইখিনি কৰোমানে জৰ্জ এলচাৰ কাষত থাকিল।

ঘৰলৈ আহি বস্তুবোৰ যোগাৰ কৰোঁমানে ইতিমধ্যে আন্ধাৰ হৈ গ'ল। হাতত গৰম পানী, এনিমা আৰু লেম্পটো লৈ মই জৰ্জহঁত থকা ওখ ঠাইডোখৰলৈ উঠি গ'লোঁ। ভেটেৰিনেৰী হস্পিটেলত এনিমা দিয়া আৰু তেতিয়া সেই কাঁইটিয়া জোপোহাৰ মাজত চট্‌ফটাই থকা সিংহ এটাক এনিমা দিয়া একেবাৰে সুকীয়া কথা।

বেচেৰী এলচাক এনিমা ভৰাই দি মই নিজকে অভিনন্দন জনালোঁ। তাই যিমান পাৰে সহ্য কৰি থাকিল। পিচে এনিমা দিয়াত বিশেষ একো কাম নিদিলে। তাইক ঘৰলৈ দাঙি নিয়াৰ বাহিৰে গত্যন্তৰ নাছিল। মই আকৌ ঘৰলৈ ঘূৰি আহিলোঁ। ষ্ট্ৰেচাৰ ৰূপে ব্যৱহাৰ কৰিবলৈ এখন কেম্প্‌-বেড আৰু তাইক দাঙিবলৈ দুটা ল'ৰা আনিলোঁ। দলটো লৈ পাহাৰটোৰ কালে গ'লোঁ। আমি আহিপালত এলচাই তৎক্ষণাত বিচনাখনত বাগৰি উবুৰি হৈ দিলে। তাইক আৰাম পোৱা যেন দেখি এনেহেন লাগিল যেন তাই কেতিয়াও আন যান-বাহনত উঠাই নাই। কিন্তু তাইৰ এই ১৮০ পাউণ্ড ওজন

কৰিয়াই নিয়া বগুৰাকেইটাই তাইৰ আনন্দৰ ভাগ লব পৰা নাছিল। সিহঁতে ঘামি-জামি কোঁপাই-জোপাই কোনোমতে পাহাৰটো নামিছিল আৰু মাজে মাজে কেইমিনিট মান গৈয়েই জিৰাইছিল।

বাটত এল্চাই ষ্ট্ৰেচাৰৰ পৰা নামিবলৈ কোনো চেষ্টাই নকৰিলে। তাই ওচৰৰ ল'ৰাটোৰ টিকাত থাপৰ মাৰি আগলৈ গৈ থাকিবলৈকে যেন খুচি দিছিল। অৱশেষত আমি ঘৰ পালোঁগৈ। এল্চাৰ বাহিৰে আমাৰ আটাইবোৰে বৰ ভাগৰ লাগিছিল। আমি তাইক বিচনাৰ পৰা বগৰাই দিব লগা হ'ল। কিয়নো স্বইচ্ছাই বিচনাৰ পৰা উঠিবলৈ তাই কোনো চেষ্টাই কৰা নাছিল। আমি পাচত গম পালোঁ তাইৰ হাকোটা পেলু হৈছিল। সাগৰৰ দাঁতিত আমি থাকিবলৈ যাওঁতে এই ৰোগ তাইৰ গাত সংক্ৰমণ হ'ল।

তাই ভাল হৈ উঠাৰ বেছি দিন নৌ হওঁতেই জৰ্জে আকৌ নৰখাদক সিংহৰ পাচ লব লগা হৈছিল। এই সিংহ দুটাই যোৱা তিনি বছৰ ধৰি আঠাইশটা বৰাণজাতীয় মানুহ আক্ৰমণ কৰি আহত কৰিছে বা মাৰিছে। সিংহকেইটাৰ আক্ৰমণৰ বহুতো নৃশংস কাহিনী শুনা গ'ল। এদিন আন্ধাৰ ৰাতি সিংহ এটাই ট্ৰাইবেল গাঁৱত সোমাই যুৱক এজনক আক্ৰমণ কৰিলে। তাক চোঁচৰাই নিওঁতে ডেকাজনে সহায় বিচাৰি চিঞৰিবলৈ ধৰিলে। কিন্তু কোনেও সাহস কৰি ওলাই নাহিল। কেৱল দুটা কুকুৰে ভুকি ভুকি খেদি যোৱাত সিংহটোৱে তাৰ চিকাৰ এৰি সিহঁতক খেদি গ'লত কুকুৰকেইটা আঁতৰি পলালে। তেতিয়া সিংহটোৱে আকৌ আহি ডেকাজনক চোঁচৰাই লৈ গ'ল। তাৰ চিঞৰৰ শব্দ আঁতৰত বিলীন হ'ল।

বৰাণবিলাক প্ৰকৃততে বৰ সাহসী লোক। যাঠি লৈ সিংহ চিকাৰ কৰা আফ্ৰিকাৰ মুষ্টিমেয় জনজাতিৰ ভিতৰত সিহঁতো এটা। সিহঁতে হাতীও বধ কৰে। হাতীৰ মাংস খাবলৈ নহয়, সিহঁতৰ যাঠিবোৰ হাতীৰ তেজেৰে ৰক্তাক্ত কৰি পুৰুষত্বৰ পৰিচয় প্ৰমাণ দিবলৈহে। ক'ৰবাত হাতী এটা ওলোৱা শুনিলে কেউফালে বৰ উত্তেজনাৰ সৃষ্টি হয়। ডেকাবোৰৰ মাজত প্ৰবল প্ৰতিযোগিতা চলে। প্ৰত্যেকেই

প্ৰথমে নিজৰ যাঠিভাল হাতীৰ তেজেৰে ৰাঙলী কৰিবলৈ চেষ্টা কৰে। যিজন কৃতকাৰ্য্য হয় তেওঁৱেই বঁটা দাবী কৰে। বঁটা, সাধাৰণতে যাঠিয়েই থাকে। এইদৰে হিংস্ৰ জন্তু মাৰি যাঠি জিনিব নোৱাৰা ডেকাই ছোৱালীৰ মন পাবলৈও অক্ষম হয়। কিন্তু এই সাহসী বৰাণবিলাককো এই নৰখাদক সিংহ দুটাই হতভম্ব কৰি পেলাইছিল। সিংহ দুটা বৰ টেঙৰ আৰু সাহসী হোৱা বাবে আৰু সিহঁতক খেদিলেই ডাঠ হাবিৰ মাজত সোমাই যায় বাবে মানুহৰ যাঠিয়ে সিহঁতক চুকি নেপায়। ভূতৰ ওপৰত দানহৰ দৰে কুসংস্কাৰে প্ৰভাৱ পেলাই তেওঁলোকক পেঁপুৱা লগাইছিল। তেওঁলোকৰ বিশ্বাস যে, চিকাৰ ধৰিবলৈ যোৱাৰ আগতে সিংহবোৰ এডোখৰ বালি থকা মুকলি ঠাইলৈ যায়। মাটিত সিহঁতৰ হাতোৰাৰে দুডাল আঁচ মাৰি দুডাল কাঠিৰে পুৰনিকলীয়া 'বউ' খেলটো খেলে। এই খেলটোৰ বতাহৰ লগত সম্বন্ধ আছে। গোটেই আফ্ৰিকাতে এই খেলৰ প্ৰচলন আছে। খেলৰ গণনা মতে শুভ হলে সিংহবোৰে জনজাতীয় বসতি থকা টোলবিলাক আক্ৰমণ কৰে আৰু মানুহ ধৰে। নহলে গণনা ভাল নোহোৱালৈকে অপেক্ষা কৰে। আন এটা প্ৰবাদ মতে, সিংহবোৰ বৰাণসকলে বহুবছৰৰ আগতে হত্যা কৰা দুজন মহাপুৰুষৰ আত্মা। বৰাণসকলৰ ওপৰত প্ৰতিশোধ লবলৈ এতিয়া সিংহৰূপে দেখা দিছে। এই বিশ্বাস ইমান দকৈ শিপালে যে তেওঁলোকে দৰ্খাস্ত কৰি দূৰৰ ধৰ্মযাজক এজনক আত্মাৰ শান্তিৰ বাবে মতাই আনিছিল। তেওঁ কিতাপ, টিলিঙা আৰু মমবাতি লৈ উপস্থিত হলহি। মাননি হিচাপে তেওঁ যাঠিটা ছাগলী দাবী কৰি লৈ গ'ল। কিন্তু সিংহবোৰে সিহঁতৰ উপদ্ৰৱ চলাই গ'ল। সিংহৰ এই অজেয় প্ৰতাপৰ প্ৰবাদ দৃঢ় হবলৈকে যেন জৰ্জে আৰু আন চিকাৰীবোৰ লগ লাগিও সময়ৰ নাটনিৰ বাবে সিংহকেইটা মাৰিব নোৱাৰিলে। বৰাণসকল সেইবাবে নিশ্চিত হ'ল যে, সেই সিংহকেইটা কিবা অলৌকিক জীৱ, সিহঁতক চিকাৰ কৰাটো অৰ্থহীন।

সেইবাবে বৰষুণ আৰম্ভ হ'ল যদিও এই অন্ধ বিশ্বাস দূৰ কৰিবলৈ

আমি দৃঢ়প্ৰতিজ্ঞ হ'লো। কিন্তু এই কামত আমাক চৌবিশ দিন, চৌবিশ নিশা লাগিব বুলি কেতিয়াও ভবা নাছিলোঁ। এলচাক মোৰ লগত ট্ৰাকত লৈ আঁক লেগুৰ'ভাৰ আৰু ট্ৰেইলৰত জৰ্জ, আফ্ৰিকান ৰাজকীয় ৰাইফলচৰ এজন ডেকা অফিচাৰ আৰু কেইজনমান স্কাউট চিকাৰীৰে সৈতে আমি যাত্ৰা আৰম্ভ কৰিলোঁ। 'মেৰ'টি' ব্যৱসায়িক কেন্দ্ৰৰ পৰা কেইমাইলমান নিলগত কেম্প কৰিবলৈ আমি এডোখৰ ভাল ঠাই পালোঁ। ইয়াতে আমি লাহি লাহি একেচিয়া গছবোৰৰ তলতে ঝাঁওবনবোৰৰ দাঁতিত আৰু ওয়াচ্'নাইক নদীৰ পৰা আধামাইলমান দূৰত আমাৰ তম্বু তৰিলোঁ। বেছ মুকলিতে কেম্পটো পতাৰ উদ্দেশ্য আছিল নৰখাদক সিংহবোৰে হাবি-বননিৰে ঘেৰা ঠাইত কেম্প পাতিলে আক্ৰমণ কৰিবলৈ সুবিধা পায় কিন্তু মুকলিত পতা কেম্প আক্ৰমণ কৰাৰ সিমান সম্ভাৱনা নাই।

টম্বু তৰা হ'লত নৰখাদককেইটাৰ বিষয়ে নতুন খবৰ জানিবলৈ আমি মেৰ্‌নিলৈ গ'লোঁ। সেই ঠাইত চুমালিবিলাকৰ বোকা মাটিৰ আৰু লোহাৰ তিনিখন দোকান ঘৰ আছিল। তেওঁলোকে আমাক জনালে যে যোৱা তিনিমাহ ধৰি সিংহকেইটাই কোনো মানুহ মৰা নাই, কিন্তু কুকুৰা-ছাগলীবোৰ একেৰাহে মাৰি আছিল। কেইৰাতি-মানৰ আগতে দোকানখনৰ পাচফালে থকা চোতালত সোমাই গাধ এটা ধৰি নিলে। চাৰি সপ্তাহমানৰ আগৰপৰাই নৈখনৰ উজনি নামনি দুয়ো দিশতে প্ৰতি নিশাই সিংহৰ গোঁজৰনি শুনা গৈছিল।

জৰ্জে ওতালিকে গাঁওবুঢ়াজনক আৰু ৰবাণসকলৰ মুখিয়াল লোককেইজনক মাতি পঠিয়ালে। তেওঁলোকৰ হতুৱাই জনাই দিলে, সিংহকেইটাই ক'ৰবাত জন্তু আদি মৰা গম পালেই জৰ্জক খবৰটো জনাব লাগে। এই সিংহকেইটাই ওয়াচ্ নাইক নদীৰ কাষে কাষে প্ৰায় পঞ্চাচ মাইলমানলৈকে ঘূৰি ফুৰিছিল। আৰম্ভণীৰ পৰাই সিহঁতে যেন আমাৰ মতলব বুজি পাইছিল, তেনে লাগিল। সেই অঞ্চলটো সিহঁতৰ অনুকূলে আছিল। সেই অভেদ্য নদীপৰীয়া জঙ্গলৰ মাজত সিহঁত লুকাই পৰিছিল। সিহঁতে বৰ বেগাই জোৰত

যাব পাৰিছিল। ৰাতি ত্ৰিশমাইল অতিক্ৰম কৰা সিহঁতৰ পক্ষে একো নাছিল। অৱশ্যে ৰাতি ঠাণ্ডা পৰিলেহে এইদৰে যাব পাৰিছিল। কিন্তু আমি সিহঁতক বিচাৰি প্ৰথৰ ৰ'দত জোঙা জোঙা কাঁইটৰ জোপোহাবোৰ অতিক্ৰম কৰি, বাট নেদেখা কৰা তালগছৰ আগবোৰ পাৰ হৈ বা কেতিয়াবা আঠুলৈকে জলাহত সোমাই পলসুৱা 'লেগুণ'ৰ বোকাত লেটিলৈ সিহঁতৰ পমখেদি ফুৰিব লগাত পৰিছিল।

প্ৰথমে জেব্ৰা এটা মাৰিবলৈ জৰ্জ চল্লিশ মাইল যাব লগাত পৰিল। সেই মাৰি অনা জেব্ৰাটো তেওঁ আমাৰ কেম্পৰ পৰা এমাইল নিলগত জোপোহাবোৰৰ মাজত ৰচীৰে বান্ধি একেচিয়া গছ এজোপাৰ তলত থৈ দিলে। সেই গছজোপাৰ ওপৰত আমি এখন 'মাচান' অৰ্থাৎ চাং বনালোঁ। তাতে উঠি জৰ্জ আৰু ডেকা অফিচাৰ জনে তিনি ৰাতি পৰ দিছিল। নৈখনৰ উজনিলৈ সিংহৰ গোঁজৰনি শুনা গৈছিল কিন্তু একো ঘটনা হোৱা নাছিল। মই কেম্পত বাহি সিহঁতৰ বৰ ডাঙৰ ডাঙৰ গোঁজৰনিবোৰ শুনি আছিলোঁ, আৰু মোৰ কাষতে ট্ৰাকৰ ভিতৰত এল্‌চাই নাকবজাই শুই আছিল। তাইৰ জাতি-ভাইবোৰ তাইৰ ওচৰতে যে আছে এই কথা তাই নেজানিছিল নেকি বাৰু! মোৰ মনত এই পৰিস্থিতিটো সঁথৰ যেন লাগিছিল। দিনে-নিশাই আমি এই নৰখাদককেইটাক বিচাৰি ফুৰোঁ আৰু ভাগৰে জোগৰে কেম্পলৈ উভতি আহি এল্‌চাৰ সান্নিধ্য বিচাৰোঁ, তাইও তাইৰ মৰমেৰে আমাৰ দুখ-কষ্ট লাঘৱ কৰে। সিংহৰ বিপৰীতে সিংহ! কিন্তু সম্পৰ্কটো যিয়েই নহওক, মই এই বন্যজন্তুবোৰ ভাল নেপাই নোৱাৰিছিলোঁ। জৰ্জক এবাৰ বেয়াকৈ কামোৰা বাবে সিহঁতৰ বিৰুদ্ধে গুৰুতৰ আখেজ থকা সত্বেও সকলো বন্যপ্ৰাণীৰ ভিতৰত জৰ্জে সিংহক আটাইতকৈ বুদ্ধিয়ক বুলি গণ্য কৰে। আৰু সিহঁতৰ শ্ৰেষ্ঠতাৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰি সিহঁতক আন জন্তুতকৈ অলপ ওপৰত থৈছিল।

গছৰ ওপৰত চাঙত বহি থাপ দি দি হায়ৰাণ হৈ জৰ্জ আৰু জ'ন নামি আহি কেম্পত শুলে। সেই নিশাই সিংহকেইটা আহি মৰা জেব্ৰাটো খাই পেলালে। তেতিয়া আকৌ এটা মৰা জন্তু আন

আগৰ দৰে থৈ আৰু তিনি ৰাতি থাপ দিও একো ফল নধৰিল।
দিনত সিংহৰ খোজ বিচাৰি আৰু ৰাতি পৰ দি ভাগৰি পৰি তেওঁলোক আকৌ কেম্পত শুবলৈ আহিল। সেই নিশাও সিংহকেইটাই সুবিধা বুজি মৰা জন্তুটো খাই পেলালে। শেষত গৈ সিংহকেইটা ধাৰ্মিক মানুহকেইজনৰ প্ৰেতাত্মা বুলি ভাবিবলৈ আমাৰো মনে ধৰিলে।

আমি আমাৰ কৌশল সলাই পেলালোঁ। সিংহৰ খোজ চাই চাই আমি ডাঠ হাবিত সোমাই চিকাৰ কৰিবলৈ ধৰিলোঁ। দুবাৰ আমি সিংহ দুটাৰ ওচৰ পাইছিলোঁ গৈ। কিন্তু পাচ পাকতে গুলিয়াবৰ সুবিধা নিদি সিহঁত পলাই গৈছিল। খোজকাঢ়ি চিকাৰ কৰাটো বৰ কষ্টকৰ, কেৱল গৰমৰ বাবেই নহয়, আমি চাপৰি চাপৰি জোপোহাবোৰৰ ফাকেৰে খোজ দিব লগাত পৰিছিল। তাতে গঁড় আৰু হাতীয়ে আমাক আৰু অসুবিধাত পেলাইছিল। উত্তৰ অঞ্চলত বৰষুণ আৰম্ভ হোৱাত নদীত পানী বঢ়াৰ লক্ষণ দেখা গল। সিংহকেইটা সিটো পাৰলৈ যোৱাত আমিও বিলম্ব নকৰি সোনকালে কেম্প তালৈকে নিব লগা হ'ল। যিহেতু 'মিটিৰ' পৰা নামনিত নৈখন তেতিয়াও খোজকাঢ়ি পাৰ হব পৰা আছিল, বস্তু-বাহানি সামৰি আমি খুব ৰাতিপুৱাই নৈখনৰ বাম ঠাইডোখৰৰ ওচৰ পালোঁহি। কিন্তু ৰাতিটোৰ ভিতৰতে পানী যথেষ্ট বাঢ়িল। তেতিয়াও গাড়ী যাব পৰা যেন অনুমান কৰি আমি পাৰ হৈ যোৱাটোকে ঠিক কৰিলোঁ। যদিও পানী জুখিবলৈ মই পুতি দিয়া কাঠিডাল পানীৰসোঁতে লগে লগে উটুৱাই নিলে। জৰ্জে লেণ্ডৰ'ভাৰখনৰ পৰা ট্ৰেইলাৰখন এৰুৱাই দিলে আৰু ইঞ্জিনৰ পৰা কেনবেল্টডাল খুলি থৈ তেওঁ সহজে গাড়ীখন পাৰলৈ গ'ল। লেণ্ডৰ'ভাৰখনৰ পাচত এল্‌চাক পাচত লৈ এইবাৰ মোৰ ট্ৰাকখন পানীত নমাই দিলোঁ। পানীৰ সোঁত বৰ জোৰেৰে ববলৈ ধৰিলে, লগত জাবৰ-জোথৰবোৰ উটি আহিল। ট্ৰাকখন বেছ সাহসেৰে মাজ পানী পালেগৈ কিন্তু তাৰ পাচতেই বৰকৈ শব্দ কৰি ইঞ্জিন বন্ধ হৈ গ'ল। তাক একোৰে লৰাব পৰা নগ'ল। এল্‌চাক



এল্ছা, জর্জ আৰু মেকেন্দে।



আমি এল্ছাক এটা মতাম'হৰ ওপৰত বহি থকাও দেখিছিলোঁ।



এল্‌ছাই গাহৰিটোক নৈ এখনলৈ টানি নিছিল আৰু প্ৰায় দুঘণ্টা সময় তাৰ লগত খেলিছিল।



এলছা আগৰদৰেই মৰমিয়াল হৈ আছে



এল্‌ছাই এতিয়াও আতুৰত মোৰ আঙুলি চোহে।



কম দূৰত্বলৈ যাব লগা হ'লে এল্‌ছাই লেণ্ডৰ'ভাবৰ ওপৰত গৈয়েই ভাল পায়।



পোৱালীবিলাকৰ আটাইতকৈ ভাল পোৱা খেলটো।





সৰুৱে পৰা এলেছাই মাটিত পৰা কাপোৰ একোখনকে চোঁচোৰাই টানি লৈ ফুৰায়। পাছলৈ ঠিক তেনেকৈয়ে চিকাৰ একোটাও টানি লৈ ফুৰে।



ল'ৰাবোৰে ম'হটো নৈৰ পৰা তুলি আনি টুকুৰা টুকুৰকৈ কাটিছিল আৰু এই কামত ত'ই প্ৰকৃততে সহায়হে কৰিছিল।



এল্ছা যদিও সেই সময়ত অতান্ত উত্তেজিত অবস্হাত আছিল, তথাপি নুবুৰে মহটোব ডিঙি কাটিবলৈ লোৱাত তাই আপত্তি কবা নাছিল।



আমি তৎক্ষণাত নমাই দিলোঁ। তাই পানীত জাপমাৰি বুৰ দি পানী চটিয়াবলৈ ধৰিলে আৰু তাহি যোৱা কাঠৰ ঠুকুৰাবোৰ ধৰাত লাগিল। তাইৰ স্ফুৰ্তিৰ কাৰণেহে যেন এই ব্যৱস্থা কৰা হ'ল। তাই আমাৰ মাল-বস্তুবোৰ কান্ধত লৈ নদীখন পাৰ হব ধৰা মানুহকেইটালৈ পানীমাৰি অতীষ্ঠ কৰা বাবে তাইক বান্ধি থব লগা হ'ল। অৱশেষত ট্ৰাকখন খালী হলত আমি ঠেলিবলৈ চেষ্টা কৰিলোঁ, কিন্তু ট্ৰাকখন সংঘাটিক ভাবে একালে বেকা হৈ গ'ল। আমি লগত অনা শিকলিবোৰ বেদি দীঘল নাছিল বাবে তাৰ লগত ম'হৰ ছালৰ ফিটা জোৰা লগাব লগাত পৰিছিল। অৱশেষত আটাইবোৰে মিলি ঠেলা-ঠেলি আৰু টনা-আঁজোৰা কৰি গছত উঠি থকা বান্দৰবোৰৰ হাই-উৰুমি হুলস্থুলৰ মাজেৰে ট্ৰাকখন নদী পাৰ কৰি আনিবলৈ সক্ষম হলোঁ। নদীৰ পাৰত সেইখিনি ঠাইতেই কেম্প পাতিব লগা হ'ল। কাৰণ টম্বুকে আদি কৰি কাপোৰ-কানি, বয়-বস্তু, দৰৱজাতি, কিতাপ-পত্ৰ, বন্দুক-বাৰুদ, ট্ৰাকৰ ইঞ্জিন, বিচনা-পত্ৰ আদি বস্তুবোৰ শুকোৱাওঁতেই দিনটো গ'ল। এল্‌চাই চাৰিওফালে শুঙিবলৈ ধৰিলে। জৰ্জৰ খঁপাতখিনি শুঙিবলৈ লৈ তাই বিতৃষ্ণাত নাক কোঁচাই দিলে।

পাচদিনা নদীখন বাঢ়ি দুয়ো পাৰ উপচি পৰিল। আৰু ওপৰলৈ উঠি যাব লগা হ'ল। পাচনিশা দোপাল পিটা বৰষুণ দিব ধৰিলে। সিংহ চিকাৰ ইমানতে আধ্যা পৰিল বুলি আমাৰ শঙ্কা হ'ল। যি নহওক টঙিখন বনাবলৈ আমি এজোপা ভাল চাই গছ বিচাৰিবলৈ ধৰিলো। কিন্তু জোপোহা গছবোৰ ইয়াত চাপৰ হোৱাবাবে চাপৰ হলেও চোৱাপি গছ এজোপাতে 'টঙি' খন বনোৱা হ'ল সিংহই ঢুকি পাৱা উচ্চতাৰ অলপহে ওপৰত হব। আন্ধাৰ হোৱাৰ পাচতেই জৰ্জ আৰু জ'ন টঙিত উঠিলগৈ। মাটিৰ পৰা ৮ ফুট ওখ মাচানখন সিমান কামত অহা বিধৰ নাছিল। সিংহকেইটাইও বোধহয় জানিছিল। কিয়নো এঘণ্টামানৰ পাচতে মানুহকেইটাই সিংহৰ মাত শুনিলে, এটাই নদীখনৰ বাম পানীভাগৰ ওচৰত আধামাইল আঁতৰত গোঁজৰিছিল আৰু আনটো নদীখনৰ সিপাৰে আছিল . এইপাৰৰ

গোঁজৰনিটো ক্ৰমাৎ ভাওৰ হৈ আহিবলৈ ধৰিলে, তাঁৰ মাত বৰ ডাওৰ আছিল। শেষৰ গোঁজৰনিটোত টঙিখন কঁপি গৈছিল। তাৰ পাচতেই জৰ্জে মৰা জেব্ৰাটো টনা শব্দ শুনিলে। আন্ধাৰ ৰাতিৰ বাবে তেওঁ একো দেখা নেপালে। তেওঁলোকে সিংহটোক মাংস খাই থাকিবলৈ দিলে। জৰ্জে টৰ্চ মাৰি দিলত সিংহটো দেখা গ'ল। সিংহটোৱে তেওঁলোকৰ ফালে নেজ দি তললৈ মূৰ কৰি মাংস খোৱাত ব্যস্ত আছিল। পোহৰ পৰাত মূৰটো ঘূৰাই টঙিখনৰ ফালে চালে। জৰ্জে সেই মুহূৰ্ততে ডিঙিলৈ লক্ষ্য কৰি গুলিয়ালে। আৰু সিংহটোৱে বৰকৈ চিঞৰি ওপৰলৈ জাপ মাৰি গোঁগোঁৱাই অ'াতৰি গ'ল। তাৰ গাত গুলি ঠিককৈয়ে লাগিল। ৰাতিপুৱা সিংহটো দেখাপাব বুলি জৰ্জ নিশ্চিত হৈ আছিল। পোহৰ হোৱাৰ লগে লগে দুজন স্কাউট কেম্পৰ পৰা আহি জৰ্জ আৰু জ'নৰ লগত তেজৰ চিনে চিনে গৈ নদীৰ দাঁতিৰ ভাঠ হাবিডৰা পালেগৈ। সিংহটো যদি জীয়াই আছিল তেন্তে তাক বিচাৰি যোৱাটো বৰ বিপদজনক। এখোজ দুখোজ কৈ তেওঁলোক আগবাঢ়ি, সময়ে সময়ে ৰৈ, কেওফালৰ শব্দ নিৰীক্ষণ কৰিলে। হঠাৎ গোঁজৰনি শুনা গ'ল আৰু জৰ্জে চকুৰ পচাৰত দুটা সিংহ পলাই যোৱা দেখিলে। নৈৰ সিপাৰে থকা সিংহটোও আহি বন্ধুৰ লগ লগাটো নিশ্চিত। ইয়াৰ পাচত সিংহ দুটাৰ ওচৰা ওচৰি হলেই আহত হোৱা সিংহটোৱে পোনেই আক্ৰমণ কৰিবলৈ আহিব পাৰে বুলি তেওঁলোকে ঠিৰাংকৈ জানিছিল। তেজৰ দাগবোৰ তেতিয়া দেখা পোৱা নগৈছিল ভালকৈ পোহৰ নপৰাত খোজবোৰো ধৰিব পৰা নগৈছিল। তেওঁ-লোকে তাতে বৈ মাটিত খোজৰ চিনবোৰ পৰীক্ষা কৰি থাকোতেই এজন স্কাউটে জৰ্জৰ পিঠিত টুকুৰিয়াই পাচ ফাললৈ আঙুলি টোৱাই দেখুৱালে। সেই ঠাইত, পোন্ধৰ গজমান নিলগত জোপোহা চাপৰ গছৰ ওপৰেদি মূৰ তুলি সিংহ এটাই তেওঁলোকলৈ চাই থকা দেখিলে। জৰ্জে তাৰ চকু দুটাৰ মাজলৈ টোৱাই গুলি কৰিলে। সিংহটো বৰ ভাওৰ আছিল। নাকৰ আগৰ পৰা নেজলৈকে ন ফুট দীঘল। সেইটোৱেই আগৰৰাৰ গুলিয়াই ঘাইল কৰা সিংহ বুলি জৰ্জ নিশ্চিত

আছিল। কিয়নো নাকৰ ওপৰৰ টোৰ বাহিৰেও তাৰ মুখৰ পাচকালে দুটা গুলিৰ আঘাতৰ চিন দেখা গৈছিল। ইটো সিংহ নদীখন পাৰ হৈ পলালে বুলি তেওঁ ধৰিব পাৰিছিল আৰু গুলি কৰাৰ পাচতে পানীত জপংকৈ শব্দ এটা শুনিছিল। ৰণখনত কৃতকাৰ্য্যতাৰ বাবে মই জৰ্জক পুৰা নম্বৰ দিলোঁ। তেনেকুৱা ডাঠ হাবিত আহত নৰখাদক এটাৰ পাচে পাচে বিচাৰি যোৱাটো বৰ ভয় লগা কথা। আমি যদিও তিনি সপ্তাহ জুৰি এই নৰখাদক সিংহকেইটা বিচাৰি ফুৰিছিলোঁ, জোপোহাৰ তলে তলে সিহঁতৰ সোণালী ৰঙৰ ক'ৰবাত দেখোঁ বুলি জুমি জুমি থাকোঁতে নাৰ্ভত ধৰিছিল, এইবাৰেই মই প্ৰথম তেনে এটা নৰখাদক দেখিলোঁ। এতিয়া তাৰ শক্তি নাই। মাটিত খোজৰ চিন পেলাই যোৱা তাৰ হাতোৰকেইটা নিথাৰ হৈ পৰি আছিল। ভৰযৌৱনৰ দুৱাৰদলিত ভৰি দিয়া সিংহটোৰ বয়স আঠ বছৰমান হৈছিল। নৰখাদক দুটাৰ এটাৰ অন্ততঃ মৃত্যু হ'লত আমি আশ্বস্ত হৈছিলোঁ যদিও ইমান সুন্দৰ জন্তুটো মাৰি কোনো আনন্দ পোৱা নাছিলোঁ। ছালখন বখলিওৱাৰ পাচত মই তাৰ কলিজাটোৰ কটো ললোঁ। কলিজাটো এটা শিশুৰ মূৰৰ সমান ডাঙৰ আছিল। এলচাৰ বুকুখনে মটৰগাড়ীৰ ইঞ্জিনৰ দৰে ছুপ্ ছুপাই থকাৰ কাৰণটো মই এতিয়াহে বুজি পালোঁ।

সেই নিশা জৰ্জ আৰু জ'নে মৰা জেব্ৰাটো তলত থৈ ওপৰৰ টঙিত খাপ দি থাকিল। কষ্টৰ বিনিময়ত তেওঁলোক তিতিলেহে, সিটো পাৰেহে সিংহৰ গোঁজৰনি শুনিবলৈ পাইছিল। কিন্তু পানী বাঢ়িলত এতিয়া নদীখন খোজকাঢ়ি পাৰ হ'ব পৰাটো সম্ভৱ নাছিল, ঘৰিয়াল থকা বাবে সাঁতুৰি পাৰ হোৱাটোও বিপদজ্জনক। সেইবাবে জৰ্জে কেম্পবেড এখনৰ ফ্ৰেম এটা গ্ৰাউণ্ডচিট এখনেৰে ঢাকি এখন বঢ়িয়া নাও বনালে। পানীতে চলাব পৰা হ'ল যদিও এজনহে মানুহ তাত উঠিব পাৰিছিল। সেইবাবে অকলে নাওখনত উঠি নদীখন পাৰ হৈ তেওঁ মাটিলৈ গ'ল। তাত নৰখাদক সিংহ এটা মৰাৰ খবৰ শুনি বৰ বিস্ময় আৰু উত্তেজনাৰ সৃষ্টি হ'ল। অৱশেষত সিংহকেইটা

অলৌকিক নহয় বুলি বৰাগবোৰৰ এতিয়া বিশ্বাস হ'ল। তেওঁলোকে আনটো সিংহ বিচাৰিবলৈ সহায় কৰিবলৈ ওলাল। মাটিলৈ অহাৰ বাটত জৰ্জে সিংহ এজনীৰ নতুনকৈ পৰা খোজৰ চিন দেখি আগবাঢ়ি মাত শুনা সেই সিংহজনী হয় নে নহয় ভাবি তেওঁৰ মনত সন্দেহ উপজিল। ৰাইফলৰ একেটা গুলিয়ে মূৰৰ পাচফালে লাওখোলা ফুটা কৰাটো অসম্ভৱ নহয়। সেইয়ে হলে নদীৰ পাৰৰ আমাৰ কেম্পৰ ফালে আৰু এটা আহত সিংহ এতিয়াও আছে।

জৰ্জ উভতি আহিবৰ পৰত সিটো পাৰে যাঠিবে সৈতে ৰবাণ ডেকা দুজনক লগ পালে। তেওঁলোক আনটো সিংহ বিচৰাত সহায় কৰিব আহিছিল। জৰ্জে তেওঁলোকক লগত কেইটিমান ভাল কুকুৰ লৈ পাচদিনাখন আহিব কলে। পিচদিনা পুৱা আগতে ঠিক কৰা মতে তেওঁলোকক আমি লগ পালেঁা। লগত চিকাৰী যেন নলগা কেইটামান কুকুৰ, কিন্তু সিহঁতে সিংহলৈ ভয় নকৰে বুলি আমাক জনালে।

আমি আকৌ হাবিত সোমালেঁা। অলপ সময়ৰ পাচতে জৰ্জে মন কৰিলে কুকুৰকেইটাই যাবলৈ কোৱা স্বত্ত্বেও আৰু আগবাঢ়িব খোজা নাই। তেতিয়া সিহঁতৰ মাজৰ 'লিডাৰ'টোৱে পাচঠেঙৰ মাজত নেজ সুমোৱাই ঘৰৰ ফালে উভতি দৌৰ দিলে। আমি তেতিয়া গোঁজৰনি মাৰি খেদি অহা সিংহ এটা দেখিবলৈ পাম বুলি আশা কৰিছিলোঁ। কিন্তু নাহিল। তাৰ পৰিবৰ্তে বান্দৰবোৰে উত্তেজিত হৈ চিঞৰা শুনিবলৈ পাইছিলেঁা। সিংহ বা বাঘ দেখিলে সিহঁতে তেনেকৈ চিঞৰে। থমকি বৈ চকু-কাণ স্থিৰ কৰি আমি আগবাঢ়িলোঁ। চাপৰি জোপোহা এটা পাৰ হব খোজোঁতেই পালত ৰবণীয়া কিবা এটাই জৰ্জৰ দৃষ্টি আকৰ্ষণ কৰিলে। কাঁইটীয়া জোপোহাৰ মাজত সিংহ এটা পৰি আছে। আক্ৰমণ কৰিবলৈ উদ্যত হৈ বৈ আছে বুলি জৰ্জে গুলীয়াব খুজিছিল কিন্তু মাখিবোৰে ৰবকৈ ভেনভেনোৱা দেখি সিংহটো মৰি আছে বুলি নিশ্চিত হ'ল। মাচানৰ ওপৰৰ পৰা মৰা বুলেটটোৱে তাৰ মুখ কালি দিলে আৰু সম্ভৱ

কোৱাৰীৰ হাড় ভাঙিল। সিংহটো বৰ ভাওৰ আৰু ধুনীয়া। নাকৰ আগৰ পৰা নেজৰ আগলৈ ন ফুট মান হব। আগৰটোৰ সমান ভাওৰ নহয় কিন্তু তাতকৈ ধুনীয়া। ইমান সন্ত্রাসৰ সৃষ্টি কৰিছিল যদিও এই প্ৰকাণ্ড জন্তুটোক মোৰ প্ৰণাম কৰিবৰ মন গৈছিল।

দুয়োটা সিংহই বৰ নিখুঁত স্বাস্থ্যৰ আছিল। সিংহৰ আয়ুসৰ জোখত মধ্যবয়সীয়। মানুহ যে খাব নোৱাৰিব তেনে কোনো অসমৰ্থতা নাছিল।

অক্ষম হলেহে বেছিভাগ সিংহ নৰখাদক হৈ পৰে। যেনে গাত যাঠি লাগি ঘূণীয়া হোৱা, কান্দত সোমাই ঠেং ভঙা বা দাঁতবোৰ বেয়া হলে বা সিহঁতৰ হাঁতোৰাৰ তলত শুং থাকিলে বা বুঢ়া হলেহে সিহঁতে সহজে ধৰা দিয়া প্ৰাণীবিলাকক খায়। অৱশ্যে তাৰ ব্যতিক্ৰমো নোহোৱা নহয়। কেতিয়াবা চখতে সিহঁতে মানুহৰ মাংস খাবলৈ মন কৰে। হয়তো গৰু ছাগলিবোৰ যেখি থকা, কাঁইটীয়া জোপোহাৰ কাষত ৰাতি মুকলিতে শুই থকা, অসাৱধান ভাবে শুই থকা ট্ৰাইবেল-বিলাকে সিহঁতক মানুহৰ মাংসৰ সোৱাদো যোগান দিলে। কিয়নো কাঁইটীয়া জোপোহা ভাঙি কষ্টেৰে গৰু ছাগলী ধৰিবলৈ অহা ভোকাতুৰ সিংহটোৱে বাহিৰত শুই থকা মানুহটো পালে কষ্ট কৰাৰ কথা নেভাবি মানুহটো খাবলৈ লোভ কৰিবই। সেইবাবে সহজতে চিকাৰ পোৱাৰ বাবে তাক আনো দোষ দিব পাৰি? এনেকুৱা ঘটনা সঘনাই ঘটাৰ ফলতেই অভ্যাসত পৰিণত হৈ নৰখাদকৰ জন্ম হয়। স্বভাৱতে নৰখাদকৰ পোৱালীবোৰে শিকি লয়। শিক্ষা পোৱাৰ বাবেহে, জন্মগত বাবে নহয়, সিহঁত নৰখাদকত পৰিণত হয়।

আমাৰ কাম সামাধা হ'ল। বৰাণবিলাকক ধাৰ্মিক পুৰুষৰ আত্মাই আৰু জুলুম নিদিয়ে। আমি চিন্তা কৰি পাইছিলোঁ যে সেই সিংহকেইটাই হয়তো কিছুমান লুভীয়া পোৱালীৰ পিতৃত্ব পাইছে তেন্তে সিহঁতে যাতে বাপেকহঁতৰ প্ৰশিক্ষণ মতে মানুহ নেমাৰে সেইটোকে আশা কৰিছিলোঁ।

[ দুৰ্ভাগ্যবশতঃ এনে ঘটনা ঘটাৰ বিপৰ্ট পোৱা হ'ল ]

## পঞ্চম অধ্যায়

# ৰোডল্‌ফ ছুৎলৈ চিকাৰ যাত্ৰা

এল্‌চা এতিয়া আঠমহীয়া হ'ল। পোন প্ৰথমবাৰৰ বাবে মই তাইৰ গাৰ পৰা ওলোৱা নাকত ধৰা গোন্ধ এটা পালোঁ, কিন্তু বেছি দিনলৈ গোন্ধটো নাথাকিল। তাইৰ নেজৰ তলতে গাত ছুডাল শৌচদ্বাৰৰ গ্লেণ্ড আছে। এই গ্লেণ্ড ছুডালৰ পৰা ৰৰকৈ গোন্ধোৱা ঘামৰ দৰে কিবা ওলায়। পেচাবৰ লগত তাই এইবোৰ এজোপা গছত ঘঁহাই দিয়েগৈ। তাইৰ নিজৰ গাৰ পৰা ওলোৱা গোন্ধ যদিও, ঘিণত তাইৰ নাক কোঁচ খাই আহে।

এদিন ইচিঅ'লুৰ পৰা উভতি আহোঁতে আমি এপাল ইলেণ্ড ( Eland ) লগ পাইছিলোঁ। এল্‌চাই তৎক্ষণাত সিহঁতলৈ চোঁচা ললে। ভাওৰ জাতীয় এই পশুবোৰে থিয় গৰা এটাত ঘাঁহ খাই আছিল আৰু সিহঁতৰ জাঁকটোত বহুত সৰু সৰু পোৱালী আছিল। এজনী মাকে এল্‌চালৈ বৈ আছিল আৰু তাই পোৱালীকেইটাৰ বেছি ওচৰ চপাৰ আগতে 'পোৱালীকেইটাৰ পৰা তাইৰ দৃষ্টি আনফালে আকৰ্ষণ কৰিবলৈকে জোপোহাৰ মাজে মাজে লুকা-ভাকু খেলিছিল। জাকটো আৰু পোৱালীবোৰ পাহাৰটোৰ সিফালে নেদেখা নোহোৱালৈকে তাই এল্‌চাক এইদৰে ব্যস্ত কৰি ৰাখিছিল। তাৰ পাচত তাইও ৰৰ বেগাই দৌৰি পাহাৰটোৰ সিফালে নেদেখা হৈ গ'ল। এল্‌চা বেচেৰীয়ে চাই থাকিল।

জন্তুবোৰৰ আন এটা কূটনীতি ৰৰ মনোগ্ৰাহী। আমি এল্‌চাক এবাৰ আমাৰ ঘৰৰ পাচফালৰ পাহাৰটোৰ ওচৰলৈ লৈ গৈছিলোঁ। ওপৰৰ পৰা প্ৰায় আশীটা হাতী পাহাৰটোৰ তলত গছপাত খাই থকা দেখিলোঁ। এল্‌চাইও মন কৰিলে আৰু 'ন' ( No ) বুলিলৈ

পোৱাৰ আগতেই তাই পাহাৰটোৰ পৰা তললৈ নামি গৈ কেইমিনিট-মানৰ পাচতেই সিহঁতৰ কালে বৰ সতৰ্কতাৰে চুপি চুপি আগবাঢ়িল। তাইৰ আটাইতকৈ ওচৰত আছিল এজনী মাক আৰু সৰু পোৱালীটো, এল্‌চাই তাৰকালে পেট পেলাই চুঁচৰি আগবাঢ়িছিল। কিন্তু মাকজনীয়ে এল্‌চাৰ মতলব ভালকৈয়ে গম পাইছিল। খেদাখেদি হব বুলি আমি বৰ চিন্তিত হৈ লক্ষ্য কৰিবলৈ ধৰিলোঁ। কিন্তু আমাক আচৰিত কৰি হাতীজনীয়ে শান্তভাৱে এল্‌চা আৰু পোৱালীটোৰ মাজত অহা-যোৱা কৰি পোৱালীটোক লাহে লাহে ডাঙৰ হাতীজাকৰ মাজলৈ ঠেলি দিলে। আমাৰ সিংহীজনী আঁতৰতে থাকিল। হতাশ হৈ এল্‌চাই পাচৰ দুটা পাত খাই থকা হাতীৰ ওচৰ চাপিবলৈ চেষ্টা কৰিলে। সিহঁতে তাইলৈ ভ্ৰূক্ষেপেই নকৰিলে। তেতিয়া তাই আন সৰু দুই তিনিটা থকা দলবোৰক কেইগজমান ওচৰলৈ গৈ জোকাবলৈ চেষ্টা কৰিলে। তথাপিও ফল নধৰিলে। বেলি ডুবো ডুবো হ'ল, আমি তাইক মাতিবলৈ ধৰিলোঁ। কিন্তু তাই আঁকোৰ গোজ হৈ আমাৰ চিঞৰ উপেক্ষা কৰিলে। শেষত তাইক এৰি থৈ ঘৰলৈ ঘূৰি অহাৰ বাদে আমাৰ গত্যন্তৰ নাছিল। কেৱল তাইৰ বুদ্ধিৰ ওপৰত নিৰ্ভৰ কৰি তাই যি ইচ্ছা কৰিব বিচাৰিছিল তাত বিপদত নপৰিব বুলিয়েই আমি আশা কৰিছিলোঁ। তাইলৈ অপেক্ষা কৰি তাইৰ গঁড়ালৰ ওচৰত বহি কিতাপ পঢ়ি থাকিলোঁ। কিন্তু মোৰ মনটো কিতাপৰ পাতত নাছিল। নানা অপায় অমঙ্গলৰ চিন্তা মনলৈ আহিলত মই বেছিকৈ চিন্তিত হলোঁ। মইনো কি কৰিম। হাতী অহা দিনবোৰত তাইক শিকলিৰে বান্ধি থলে তাই হতাশ হৈ পৰিব আৰু ফলত তাইৰ খুব খং উঠিব। আৰু বিপদৰ কাৰণ হৈ পৰিব। তাইক নিজৰ শক্তি পৰীক্ষা কৰিবগৈ ডাঙৰ ডাঙৰ জন্তুবোৰ জোকাই তাইৰ বিৰক্তি গুচাবলৈ বা ধেমালি কৰিবলৈ গৈ তাইৰ কি বিপদ হব পাৰে তাই জনা উচিত। তেতিয়া তাইৰ সিহঁতৰ প্ৰতি আকৰ্ষণ নোহোৱা হবও পাৰে। ইতিমধ্যে তিনি ঘণ্টা পাৰ হৈ গ'ল, কিবা অঘটন ঘটিল বুলিয়েই মই ভাবিলোঁ। কিন্তু ঠিক তেনে সময়তে

হৰ্ হৰ্ কৈ অহা তাইৰ ভৰিৰ খোজ শুনিবলৈ পালোঁ। তাই সোমাই আহিল। তাইৰ খুব পিয়াহ লাগিছিল, তথাপিও তাইৰ পানী খোৱা বাল্টিটোৰ ওচৰলৈ যোৱাৰ আগতে মোৰ মুখখন চেলেকি আঙুলিটো চুপি মোৰ ওচৰলৈ আকৌ আহিবলৈ পাই তাই যে কিমান আনন্দ পাইছে জনাই দিলে। তাইৰ গাটো খুব হাতী হাতী গোন্ধাইছিল। তাই নিশ্চয় সিহঁতৰ একেবাৰে ওচৰ পাইছিলগৈ আৰু হাতীৰ গোবৰৰ ওপৰত বাগৰি আছিল। তাই মাটিত ধপচ্ কৈ বাগৰি বহি পৰিল, তাইৰ খুব ভাগৰ লাগিছিল। মোৰ নিজকে বৰ ক্ষুদ্ৰ যেন লাগিল। মই যাব নোৱাৰা প্ৰকৃতিৰ এই মুক্ত ৰাজ্যখনত তাই এপাক ঘূৰি ফুৰি আহিল আৰু আহি মোক আগৰদৰেই মৰম কৰিলেহি। এই দুখন জগতৰ মাজত তাই যে কেনেধৰণৰ যোগসূত্ৰ তাই জানো বুজিব পাৰিছে।

সকলো জন্তুকৈ তাই জিৰাফবোৰক ভাল পাইছিল। প্ৰায়ে সিহঁতৰ পাচে পাচে চোঁচা লৈছিল। দুয়োপক্ষ ভাগৰি গ'লেহে এৰা পৰিছিল। তাই তেতিয়া বহি পৰে আৰু জিৰাফবোৰ অহালৈ অপেক্ষা কৰে। এখোজ এখোজ কৈ লাহে লাহে খোজ দি জিৰাফ-কেইটা আকৌ আহে। এলচাৰ মুখামুখি হৈ সিহঁতৰ ডাঙৰ ডাঙৰ করুণ চকুকেইটাৰে তাইৰ ফালে চাই থাকে। সিহঁতৰ দীঘল লাহি ডিঙি কেইটা তাইৰ ফালে 'কৌতূহলবশতঃ বেঁকা কৰি দিয়ে। একেচিয়া গছৰ গুটি চোবাই সিহঁত শান্তভাৱে আঁতৰি যায়। কেতিয়াবা কিন্তু তাই সিংহৰ পৰাক্ৰমেৰে সিহঁতক খেদি যায়। সিহঁতক দেখা মাত্ৰকে আগবাঢ়ি গৈ সিহঁত যোৱা বাটত পেট পেলাই জোপ লৈ থাকে। ওচৰ পালেই আগেদি অগাডেৱা কৰি আমাৰ ফালে খেদি পঠায়। তাই ইমান বুদ্ধি কৰি আমাৰ ওচৰ চপাই দিয়ে যে তাই নিশ্চয় আমি সেই চিকাৰ ধৰাটোকে বিচাৰে।

আন জন্তুবোৰেও তাইৰ দৃষ্টি আকৰ্ষণ কৰিছিল। এদিন তাই কিবা এটা গোন্ধ পাই ডাঠ জোপোহাবোৰৰ মাজলৈ সোমাই গ'ল। অলপ পাচতে ধুপধাপ, ডাল-পাত ভঙাৰ শব্দৰ লগতে নাক

ধোঁৱোঁৱান শব্দ আমাৰ কাণলৈকে অহা শুনিবলৈ পাই জাপ মাৰি আঁতৰ হলোঁ। আৰু লগে লগে এটা ওৱাৰ্ট হগ ভীষণ জোৰেৰে পাৰ হৈ গ'ল, আৰু একেবাৰে পাচে পাচে এল্‌চা, ছয়োটা চকুৰ নিমিষতে পাৰ হ'ল। বহুত পৰলৈকে আমি সিহঁত হাবি ভাঙি যোৱা শব্দ শুনিলোঁ। এল্‌চা নহালৈকে তাইৰ নিৰাপত্তাৰ বাবে আমি চিন্তিত হৈ পৰিলোঁ কিয়নো ওৱাৰ্ট হগৰ এডাল খুৰ থাকে তাৰে সি জন্তু মাৰিব পাৰে। পিচে খেদাখেদিত জিকি বিজয়ীনি আহি আমাৰ আঠুত মূৰ ঘঁহালেহি আৰু তাইৰ খেলৰ নতুন লগটোৰ কথা জনালেহি। আমাৰ পাচৰ চাফাৰিয়ে আমাক ৰোড'লফ হ্ৰদৰ কাষলৈ লৈ গ'ল। গভীৰ নীলা ৰঙৰ বিস্তৃত জলৰাশি দীঘে এশ আশী মাইল। ইথিঅ'পিয় সীমা চুইছেগৈ। আমি সাত সপ্তাহৰ বাবে আঁতৰি যাব লগা হব আৰু বেছি অংশ বোজাই কৰা গাধ আৰু খচ্চৰবোৰৰ লগত খোজ কাঢ়ি অতিক্ৰম কৰিব লাগিব। এইবাৰ এল্‌চা প্ৰথম খোজ কাঢ়ি চাফাৰিলৈ যাব তাকো গাধৰ লগত। ই পক্ষই যাতে সিপক্ষক গ্ৰহণ কৰে, আমি তাকে আশা কৰিলোঁ। আমাৰ দলটো বেছ ডাঙৰেই হ'ল। জৰ্জ, মই, ওচৰ অঞ্চলৰ বনৰক্ষী জুলিয়ান আৰু আমাৰ লগত আহি থকা আলহী হাৰ্বাৰ্ট। বন বিভাগৰ গেম স্কাউট কেইজনমান, ড্ৰাইভাৰ আৰু লগুৱা কেইজন, এল্‌চাক বাটত খুৱাবলৈ নিয়া ছটা ভেৰা, আৰু বস্তু কঢ়িওৱা পয়ত্ৰিছটা গাধ আৰু খচ্চৰ। বস্তু-বাহানিবে জানোৱাৰকেইটা তিনি-সপ্তাহৰ আগতে হ্ৰদৰ পাৰত লগ পোৱাকৈ পঠোৱা হৈছিল। তিনিশ মাইল আমি গাড়ীৰে অতিক্ৰম কৰিছিলোঁ।

আমাৰ কনভয়টো বৰ ডাঙৰ আছিল। দুখন লেণ্ডৰ'ভাৰ, এল্‌চাক পাচফালে লৈ মোৰ ডেৰটনৰ ট্ৰাকখন আৰু দুখন তিনি টনৰ লড়ী। আমাক খোৱাবস্তু, মানুহ, গোটেই ভ্ৰমণটোৰ বাবে পেট্ৰল আৰু আশী গেলন পানী কঢ়িয়াবৰ বাবে লড়ীকেইখনৰ আৱশ্যক হৈছিল। প্ৰথম এশ আশী মাইল আমি কাইকৰ মৰুভূমিৰ গৰম ধূলিময় বালিয়া সমতলেদি পাৰ হৈছিলোঁ। তাৰ পাচত মৰ্চাবিট পাহাৰৰ অৰণ্যৰ

পৰাটো উঠিছিলোঁ। চাৰিওকালৰ মৰুভূমিতকৈ ৪৫০০ ফুট ওখত আগ্নেয় স্তূপ। ভাঠ, শীতল লিচন গছৰ হাবিৰে আবৰা। প্ৰায়ে কুঁৱলিয়ে ঢাকি ৰাখে। তলৰ গৰম সমতলতকৈ এই পৰিবেশটো বেছ ভাল লাগিছিল। চিকাৰীৰ স্বৰ্গ, এই অঞ্চলৰ পৰা আফ্ৰিকাৰ আটাইতকৈ উন্নত হাতী দাঁত সংগ্ৰহ কৰা হয়। তাৰোপৰি গঁড়, ম'হ, ভাওৰ বিধ kneln সিংহ আৰু সৰু সৰু চিকাৰৰ জন্তুবোৰ আছে। ইয়াতেই শাসনকাৰ্য্য চলাবৰ বাবে শেষ চকীটো আছিল।

ইয়াৰ পৰা আমি জনবসতি নথকা অঞ্চলৰ মাজেদি যাবলৈ ধৰিলোঁ। বাহিৰৰ জগতৰ লগত আমাৰ যোগাযোগ বিচ্ছিন্ন হৈ গ'ল। বলুকাবাশি আৰু লাভাৰ টিলাবোৰ দেখি দেখি আমনি লাগি গৈছিল। কেৱল বাটত থেকেচা খাই মোৰ গাড়ীখন ছুটুকুৰা হব লগা হোৱা ঘটনাটোৱেই একমাত্ৰ ব্যতিক্ৰম, পাচফালৰ চকা এটা এৰাই গৈছিল। গাড়ীখন ভাল কৰোঁতে কেইবা ঘণ্টাও লাগিছিল। আৰু বেচেৰী এল্‌চা সিমান সময় গাড়ীতে বহি আছিল আৰু বাহিৰৰ চোকা ৰ'দ আকৰ পৰা ৰক্ষা পাইছিল। তাইৰ ব'দত থাকি সমুলি ভাল নেপাইছিল। তাইও বেছ সহযোগ কৰিছিল। আমাক সহায় কৰিবলৈ অহা অচিনাকি আফ্ৰিকাদেশীয় কেইজনক গাড়ীখনৰ কেওকালে ওচৰ চাপি অহা দেখিও খং নকৰিছিল। কিন্তু সাধাৰণতে তাই সিহঁতক সহ্য কৰিব নোৱাৰে। আকৌ যেতিয়া যাবলৈ ধৰিলোঁ আমাৰ সম্মুখত আছিল ইথুপিয়ান সীমাৰ ছবি পাহাবলৈ উঠি যোৱা ভয়লগা ৰাস্তা। বাটটো বৰ নিঃসঙ্গ, মৰচাৰিৰ পাহাৰতকৈ ওখ কিন্তু সেমেকা নাছিল। গা শিয়ৰি যোৱা ধুমুহা পাহাৰৰ ওপৰেদি বৈ থাকে সেইবাবে পাহাৰটো নওঠা। ভয়ঙ্কৰ বতাহ আকে এল্‌চাক বিমোৰত পেলাইছিল। ৰাতিটো তাই ট্ৰাকতে কটাবলগীয়াত পৰিছিল। তাতেহে তাইক গাড়ীত লগোৱা কেওকালৰ কেনভাচ পৰ্দাই ঠাণ্ডা বতাহৰ পৰা ৰক্ষা কৰিছিল।

জৰ্জ এই পাহাৰবোৰলৈ অহাৰ উদ্দেশ্য চিকাৰৰ অৱস্থাটো বুজ লোৱা আৰু জনজাতিসকলে চোৰাংভাবে চিকাৰ কৰে নেকি তাৰ

সন্ধেদ লোৱা। কেইদিনমান সেই অঞ্চল পহৰা দি আমি জয়াল লাভাৰ প্ৰান্তৰ পাৰ হৈ পশ্চিমৰ ফালে গ'লোঁ। বাটত জোঙা শিলবোৰত খুন্দা খাই গাড়ীখন বৰ জোকাৰিছিল। মাজে মাজে আমি বালিৰ দ নদীবোৰ পাৰ কৰিবলৈ গাড়ীখন ঠেলিব লগা হৈছিল। বা ডাঙৰ ডাঙৰ শিলৰ মাজেৰে খুন্দা খুন্দলি খাই বৰ সাৱধানেৰে গাড়ীখন চলাই নিব লগাত পৰিছিল। অৱশেষত আমি চলাৱ্ মৰুভূমি পালোঁহি। ই এখন শুকাই যোৱা হ্ৰদৰ পৃষ্ঠ, আশী মাইল দীঘল, ওপৰখন মিহি আৰু টান, তাৰ ওপৰেদি অনায়াসে গাড়ী পূৰ্ণ গতিত চলিব পাৰে। ইয়াত দেখা মৰিচিকা চমকপ্ৰদ, খেজুৰ গছৰ প্ৰতিবিম্বৰে সৈতে বিস্তৃত জলৰাশি ওচৰ চাপিলে খন্তেকতে নাইকিয়া হৈ পৰে। গেজেলাৰ বোৰে হাতীৰ সমান ডাঙৰ আকৃতি ধাৰণ কৰি পানীত খোজ কাঢ়ি ফুৰা যেন দেখি। খুব পিয়াহ লগা আৰু গা দেই পুৰি যোৱা অতিপাত গৰম দেশ। চেলবি পশ্চিম প্ৰান্তত নৰ্থ হ'ৰ ওৱেচিচ্। তাত এটা পুলিচ চকী আছিল। ৰেনডাইল জনজাতীৰ হাজাৰ হাজাৰ উট, ছাগলী পানী খাবলৈ তালৈকে আহে। সৰু সৰু পানীৰ ডোঙাবোৰত হাজাৰ হাজাৰ চেণ্ড গ্ৰাউচ্ চৰাইবোৰে পানী খাবলৈ উৰি অহা দৃশ্যও সেই ঠাইৰ বৈশিষ্ট্য। নৰ্থ হৰ্ণত অপেক্ষা কৰাৰ কোনো কাৰণ নথকাত আমি পাত্ৰবোৰত পানী ভৰাই যাত্ৰা আৰম্ভ কৰিলোঁ। অৱশেষত দুশ মাইল বাট খেকেচা নেকেচা খাই লয়ঙ্গেলেন ওৱেচিচ পালোঁহি। ৰোডলফ হ্ৰদৰ দক্ষিণত অৱস্থিত নিৰ্মল পানীৰ নিজৰাৰে সৈতে খেজুৰ গছৰ উদ্যান। ইয়াতে আমাৰ গাধবোৰ আমাৰ বাবে বৈ থকা দেখা পালোঁ। বিলম্ব নকৰি এল্‌চাক দুমাইল আঁতৰৰ হ্ৰদটোলৈ লৈ গ'লো। ডাই বাটৰ ক্লান্তি গুচাবলৈকেহে যেন লৰালৰিকৈ পানীত নামি পৰিল আৰু চিধাই ঘৰিয়ালবোৰৰ মাজতে জপিয়াই পৰিল। ৰোডলফ হ্ৰদত অসংখ্য ঘঁৰিয়াল আছিল যদিও সৌভাগ্যবশতঃ সিহঁত হিংস্ৰ নাছিল। তথাপিও আমি সিহঁতক ভয় খুৱাই আঁতৰাই পঠাবলৈ চেষ্টা কৰিছিলোঁ। সিহঁতৰ শিং থকা আকৃতিবোৰ হ্ৰদৰ কেওফালে উপস্থি-

থকাত আমাৰ পক্ষে পানীত নামি গা-ধোৱাটো অনিশ্চিত আনন্দ আছিল।

লয়ঙ্গেলেনত আমি ঘাই কেম্পটো পাতি তিনি দিন জিন্ লেকামবোৰ মেৰামতি কৰা আৰু গাধৰ পিঠিত নিয়া বস্তুবোৰ বন্ধাত ব্যস্ত থাকিলোঁ। প্ৰত্যেক বোজাৰ ওজন পঞ্চাচ পাউণ্ড আছিল, আৰু প্ৰতিটো গাধই তেনেকুৱা দুটাকৈ বোজা কঢ়িয়াব লগাত পৰিছিল। অৱশেষত কামখিনি সম্পূৰ্ণ হ'ল। খোৱাবস্তু আৰু টম্বুৰ সঁজুলিৰে ওঠৰটা গাধ বোজাই কৰা হ'ল। চাৰিটা গাধৰ পিঠিত পানী নিয়া বাচনবোৰে, এটা খচ্চৰ বাটত কাৰোবাৰ গা বেয়া হলে উঠি যাবলৈ আৰু পাঁচটা গাধ উপকৰাকৈ লোৱা হ'ল। গাধবোৰ দেখি এল্চাই বা কি কৰে মই চিন্তা কৰিবলৈ ধৰিলোঁ। আমি বস্তুবোৰ ভৰাবৰ সময়ত তাই সংযত হৈ লক্ষ্য কৰি আছিল। পাচত বোজাবোৰ গাধাৰ পিঠিত তুলিবলৈ আৰম্ভ কৰোতে তাইক বান্ধি থব লগাত পৰিলোঁ। কিয়নো লুপথুপীয়া মঙহেৰে চিঞৰ-বাখৰ কৰি জপিয়াই থকা ইমানবোৰে গাধ দেখি তাই উত্তেজনাত থিৰেৰে ৰব নোৱাৰিছিল। তাতে গাধবোৰে বালিত বাগৰি পিঠিৰ বোজাবিলাক খহাবলৈ চেষ্টা কৰাত আৰু আফ্ৰিকাদেশীয় মানুহকেইজনে সিহঁতক চম্ভালিবলৈ চিঞৰিব লগাত এটা হুলস্থুলীয়া পৰিবেশৰ সৃষ্টি হৈছিল। সেইবোৰ দেখিও এল্চা উত্তেজিত হৈ পৰিছিল। গাধৰ সৈতে এই দলটোৱে ৰাতিপুৱাতে যাত্ৰা আৰম্ভ কৰিলে। বেলিটো অলপ শাঁত পৰাত আমি এল্চাৰে সৈতে পাচত যাত্ৰা কৰিলোঁ। আমি হ্ৰুদৰ পাৰে পাৰে উত্তৰ ফাললৈ গৈছিলোঁ। এল্চাই তত নাইকিয়া হৈ এবাৰ আমাৰ এজনৰ এবাৰ সিজনৰ ওচৰলৈ লৰাধপৰা কৰি আছিল। কেতিয়াবা ফ্লেমিঙ্গ চৰাইবোৰৰ মাজত জপিয়াই পৰিছিল। কেতিয়াবা আমি গুলীয়াই মৰা হাঁহটো ধৰি লৈ আহিছিল। পাচত তাই হ্ৰুদৰ পানীত নামি সাঁতুৰিবলৈ ধৰিলে। তেতিয়া অৱশ্যে আমাৰ এজন বাইকল লৈ তাইৰ ৰখীয়া হব লগাত পৰিছিল। বাটত উটৰ জাক এটা পাবহৈ যাওঁতে আমি তাইক শিকলি লগাই বান্ধিব লগা হ'লত,

তাই খণ্ডত বলিয়া হৈ পৰিছিল আৰু সিহঁতৰ ওচৰলৈ যাবলৈ টনা-আজোৰা কৰি মোৰ হাতখন চিঙি পেলাব যেন কৰিছিল। তাইক সিহঁতৰ মাজলৈ যাবলৈ এৰি দি ভীতি-বিহ্বল উট্‌বিলাকৰ ভৱিপাক খাই ওপৰা ওপৰিকৈ পৰা দৃশ্য, চিঞৰ-বাখৰ-হেম্বেলনিৰে আতঙ্ক সৃষ্টি কৰা দৃশ্য মোৰ চাবৰ মন নগ'ল। সৌভাগ্যবশতঃ হ্রদৰ পাৰত আৰু জন্তুৰ দল লগ পোৱা নাছিলোঁ। আন্ধাৰ হোৱাৰ লগে লগে আমি জুইৰ পোহৰ দেখিবলৈ পালোঁ। তাই গাধবোৰ খেদাখেদি কৰিব বুলি জানি মই এলচাক আকৌ বান্ধিলোঁ। আমি গৈ পাওঁমানে টম্বু তৰি তেওঁলোকে ৰাতিৰ আহাৰ মেজত সজাই থৈছিল। বস্তুত ৰাতি পলমকৈ আমি ড্রিঙ্কচ্‌ কৰি থকাৰ সময়ত আলোচনা কৰি ঠিক কৰিলোঁ যে আমাৰ সিংহৰ দলটো মানে জৰ্জ, মই, নুক, এজন চিকাৰী গাইড আৰু এলচা, কেম্প ভাঙি আকৌ বস্তু বোজাই কৰে মানে আগবাঢ়ি গৈ গাধবোৰৰ বাবে বেছ এটা নিৰাপদ দূৰত্বত থাকিব লাগিব, তেতিয়া হলে এলচাক বান্ধি ৰখাৰ প্রয়োজন নহব। পুৱা ৯-১০ বজাৰ সময়ত এডোখৰ ছাঁ থকা ঠাই বিচাৰি আমি তাতে দিনটোৰ চোকা ৰ'দৰ পৰা বিশ্রাম লব পাৰিম আৰু গাধবোৰেও অলপ চৰিব পাৰিব। তেনে ঠাই পালেই এলচাক বান্ধি থোৱা হব। আৰু আবেলি হলে তাৰ ওলোটাটো কৰা হব। এইবাৰ গাধবোৰ লৈ দলটো দুঘণ্টাৰ আগতে যাত্রা কৰিব আৰু আন্ধাৰ হোৱাৰ আগতে তম্বু তৰিব লাগিব। গোটেই চাফাৰিটোতে আমি এই কটিন পালন কৰিছিলোঁ। ইয়াৰদ্বাৰা বেচ সুফল পোৱা গৈছিল। কিয়নো এই ব্যৱস্থাত এলচা আৰু গাধবোৰে কেৱল দুপৰীয়া সময়খিনিৰ বাহিৰে পৰস্পৰৰ পৰা আঁতৰি আছিল। দুপৰীয়া সময়ত এলচা ভাগৰত টোপনি গৈছিল আৰু তাইক বান্ধি থোৱা হৈছিল। দেখা গৈছিল দুয়োপক্ষই বিপৰীত পক্ষৰ উপস্থিতি সহজ ভাবে লব পৰা হৈছিল আৰু চাফাৰিৰ অংশবিশেষ বুলি সহ্য কৰিছিল।

ৰাতিপুৱা ৯ বজালৈকে এলচাই ভালকৈ খোজ কাঢ়িব পাৰিছিল, কিন্তু তাৰ পাচৰ পৰা ৰ'দত থাকিব নোৱাৰি শিল বা জোপোহাৰ

আঁৰত ভাই বহি পৰিছিল। পাচবেলা ৯ বজালৈকে তাই খাবলৈ অমান্তি হৈছিল। তাইৰ ভৰিৰ তলৰ পেড্ কেইটা অলপ টান হলেই তাই গোটেই বাতি খোজ চলাই থাকিব পাৰে। গড়ে দিনটোত তাই ৬।৭ ঘন্টা খোজ কাঢ়িব পাৰে আৰু বেছ তজবজীয়া হৈ থাকে। তাই হ্রদৰ পানীত জুবো মাৰিছিল আৰু কেতিয়াবা ঘঁৰিয়ালবোৰৰ ৬।৮ ফুট ওচৰলৈকে সাঁতুৰি গৈছিল। অৱশ্যে মই তাইক চিঞৰিবলৈ বা হাত বাউল দিব নলগাকৈ আকৌ উভতি আহিছিল। সচৰাচৰ গধূলি আঠ ন বজাত আমি কেম্প পাইছিলোঁগৈ। আমাক পথৰ সন্ধান দিবলৈ তেওঁলোকে "ভেৰি লাইট" ব্যৱহাৰ কৰি পোহৰেৰে সঙ্কেট দিছিল।

দ্বিতীয় দিনা আমি বাটত মানৱ বসতিৰ শেষৰখন গাঁও অতিক্রম কৰিছিলোঁ। এইখন এল্মল' নামৰ আদিম জনজাতিৰ এখন সৰু মাছমৰীয়া গাঁও। প্ৰায় আশীজন লোকৰ। এই জনজাতিসকল কেৱল মাছ খাই জীয়াই আছিল। কেতিয়াবাহে ঘঁৰিয়াল আৰু হিপ'-পটেমাছৰ মাংস খাবলৈ পাইছিল। এইদৰে সুষম আহাৰ খাবলৈ নোপোৱাৰ বাবেই আৰু হয়তো নিজৰ ভিতৰতে প্ৰজনন হোৱাত জাতিটো বিকৃত আৰু পয়ালগা হৈছিল। পুষ্টিহীনতা আৰু হয়তো হ্রদৰ পানীত থকা অতিমাত্ৰা নেট্ৰন আৰু আন খনিজ দ্ৰব্য থকা হেতু তেওঁলোকৰ দাঁত আৰু দাঁতৰ গুৰিৰ আলুবোৰ বেয়া হৈছিল। তেওঁলোক স্বভাৱতে বন্ধু ভাবাপন্ন আৰু উদাৰ প্ৰকৃতিৰ মানুহ। অচিনাকি মানুহ আহিলে তাজা মাছ উপহাৰ দি আদৰণি জনায়। তেওঁলোকে সাধাৰণতে জালেৰে মাছ ধৰে। এই জালবোৰ তেওঁলোকে তালগছৰ আঁহেৰে তৈয়াৰ কৰে। এনে আঁহৰ জাল হ্রদৰ খাৰুৱা পানীত পৰিও নপচাকৈ থাকে। প্ৰায় দুশ পাউণ্ড ওজনৰ বিৰাট নাইলমাছ, ঘঁৰিয়াল আৰু জলহস্তী ধৰিবলৈ তেওঁলোকে তিনিডাল খেজুৰ গছ একেলগে বান্ধি সাজি লোৱা ভুৰত উঠি তাৰ ওপৰৰ পৰা শেল মাৰি ধৰে। অনায়াসে চলিব পৰা এনে ধৰণৰ ভুৰবিলাক বাম পানীতে ৰখা হয়। মাজলৈ নিবলৈ দুঃসাহস নকৰে

কিয়নো হ্রদৰ ওপৰেদি ভয়ানক কোবত বতাহ বলি থাকে। কেতিয়াবা এই বতাহৰ গতিবেগ ঘণ্টাত নব্বৈ মাইলৰ ওপৰ হয়। এই বতাহটোৰ বাবেই এই অঞ্চলত ভ্রমণ কৰিবলৈ অহা যেই কোনো মানুহৰে বৰ কষ্ট হয়। তাত তম্বু তৰাটো অসম্ভৱ। খোৱা বস্তুবোৰ প্লেটত উলিয়াই খাবলৈ পোৱাৰ আগতেই হয় উৰুৱাই নিয়ে নহলে সৰু সৰু শিলগুটিৰে ঢাকি পেলাই খোৱাৰ অনুপযোগী কৰি দিয়ে। বতাহৰ কোবত শুৰও নোৱাৰিছিলোঁ, চকু-কাণত বালি সোমাই পৰে আৰু বিচনাখন উৰাই নিওঁ যেন কৰে। এনে উৎপতীয়া বতাহজাক নথকা সময়ত হ্রদটোৰ এটা বেলেগ সৌন্দর্য্য পৰিলক্ষিত হয়। বৰ্ণনা কৰিব নোৱাৰা কিবা মোহিনী শক্তিয়ে বাৰে বাৰে তালৈকে আকৰ্ষণ কৰে।

প্রথম দহদিন হ্রদৰ পাৰে পাৰে গৈছিলোঁ। চাৰিওফালে অঞ্চলটো বৰ ভয় লগা কেৱল লাভা আৰু লাভা, মাত্র তাৰ গঠনৰ তাৰতম্য। কোনো ঠাইত বালিৰ দৰে মিহি আৰু কোনো ঠাইত শিলৰ দৰে জোঙা, খোজ কাঢ়োতে তাত পিচলি পৰি ঘঁহনি খাই আমি ভৰিৰ তলুৱাত বৰ দুখ পাইছিলোঁ। কিছুমান ঠাইত বহুত তললৈকে বালি, তাৰ ওপৰেদি খোজ কাঢ়োতেও বেছ কষ্ট হৈছিল। আকৌ কিছুমান ঠাই টান শিলগুটি আৰু পাথৰেৰে ভৰা। গৰম বতাহৰ মাজেদি অতিক্ৰম কৰি যাওঁতে আমাৰ যেন শক্তি নাইকিয়া তেনে লাগিছিল আৰু মূৰ ঘূৰণি হৈছিল। অ'ত ত'ত সামান্য ঘাঁহবন দেখিছিলোঁ। কাঁইটীয়া সৰু সৰু গছ আৰু ব্লেডৰ দৰে জোঙা ঘাঁহ গাত লাগিলে কাটি যায়। এলচাৰ ভৰিৰ তলুৱাখন ঠিকে ৰাখিবলৈ মই মাজে মাজে তেল সানি দিছিলোঁ। তাই বুজি পাইছিল আৰু ভাল পাইছিল। দুপৰীয়া জিৰণিৰ সময়ত টান শিলত বহাতকৈ সাধাৰণতে মোৰ কেম্প-বেডখন পাৰি তাতে পৰোঁ। এলচাই কাৰণটো বুজিলে আৰু তাইও আহি মোৰ ওচৰত বহিবলৈ লৈছিল। পাচলৈ তাই মোৰ বাবে এচুকত ঠাই এৰি দিলেই মই ভাগ্য ভাল বুলি ভাবিবলগীয়াত পৰিলোঁ। কেতিয়াবা কপাল বেয়া থাকিলে তাই

গোটেই বিচনাখন জুৰি হাত ভৰি মেলি বাগৰ দিয়ে। নিয়ম মতে পিচে হুয়োটাই ওচৰা ওচৰি কৈ বাগৰ দিওঁ আৰু আমাৰ হুয়োটাৰ ওজনৰ ভৰত যাতে বিচনাখন ভাঙি নেযায় তাকে চিন্তা কৰোঁ। আমাৰ এই দীঘলীয়া যাত্ৰাত মুকৰে সদায় পানী আৰু এল্চাৰ বাবে বাটি এটা লৈ ফুৰিছিল। তাই ৰাতিৰ আহাৰ ৯ বজাত খায় আৰু গভীৰ টোপনিত নিমগ্ন হয়। মোৰ ওচৰতে তাইক বান্ধি থৈছিলোঁ।

এদিন সন্ধিয়া আমি বাট হেৰুৱালোঁ। পোহৰৰ সঙ্কেটে আমাক পাচত বাট দেখুৱাই দিয়াত বহুত ৰাতি ঘৰ পালোঁগৈ। এল্চা বৰ ভাগৰি পৰা যেন দেখি মই তাইক শিকলি খুলি বিশ্ৰাম লবলৈ দিলোঁ। টোপনিয়াই আছিল যদিও হঠাৎ তাই উঠি গৈ গাধবোৰে শুই থকা কাঁইটিয়া জোপোহাবোৰৰ ওচৰলৈ লৰ মাৰিলে আৰু মেকুৰীৰ দৰে জাপ মাৰি কাঁইটৰ বেৰা পাৰ হ'ল। আমি বাধা দিবলৈ পোৱাৰ আগতেই ভয়ত চিঞৰ-বাখৰ কৰি গাধবোৰ আন্ধাৰৰ কালে গুচি গ'ল। ভাগ্যক্ৰমে আমি এল্চাক সোনকালেই ধৰিব পাৰিলোঁ আৰু ভালকৈ এশিকনি দিলোঁ। তাই শাস্তি পাবলগীয়া বুলি বুজিলে আৰু পাকে প্ৰকাৰান্তে তাই যে হুখীত, প্ৰকাশ কৰিলে। তাইৰ এই চিকাৰী বয়সত গাধৰ মাংসৰ প্ৰতি প্ৰলোভন সামৰিব নোৱাৰাটো স্বাভাৱিক। তাইৰ স্বাভাৱিক প্ৰবৃত্তিটো উপলব্ধি কৰিব নোৱাৰাৰ বাবে মই লাজ পাইছিলোঁ। তাতে ৰাতিৰ এই সময়খিনিতে বনৰীয়া জন্তুবোৰৰ চিকাৰৰ উদ্যম বেছি হয়। ভাগ্য ভাল আছিল, এটা গাধইহে গাত আঁচোৰ খাইছিল, আঘাত সিমান বেছি নাছিল। মই দৰৱ-জাতি দিলত সোনকালেই ভাল হ'ল। কিন্তু এল্চাক আৰু মুকলিকৈ নাৰাখিবলৈ মোৰ এটা শিক্ষা হ'ল।

মাছ তাত অপৰ্য্যাপ্ত পৰিমাণে পোৱা গৈছিল। ৰোডলফ্ হ্ৰদৰ স্বকীয় জায়েণ্ট টেলেপিয়া মাছটো সদায় কেম্পত মজুত ৰাখিবলৈ জৰ্জ আৰু জুলিয়ান সমৰ্থ হৈছিল। এই মাছবোৰ তেওঁলোকে বড়্ বা বৰশিৰে ধৰিছিল বা ৰাইফলৰ গুলিৰে নিষ্ক্ৰিয় কৰি ধৰিছিল। স্কাউট চিকাৰীবোৰে দেখিবলৈ আপচু কেট্‌ফিচটো ভাল পাইছিল।

লাঠিৰে কোবাই বা শিলগুটি দলিয়াই সিহঁতে এইবিধ মাছ সহজেই মাৰিছিল। এল্‌চাই তেওঁলোকৰ লগত যোগ দি ফূৰ্তি পাইছিল। কেতিয়াবা তাই মাছটো ধৰি আনে কিন্তু বিতৃষ্ণাত নাক কোঁচাই দিছিল। মুকৰে এবাৰ সি কঢ়িয়াই ফুৰা চট্‌গানটোৰ পাচফালটোৰে কেট্‌ফিচ এটা খুন্দিয়াই মাৰিছিল। সি ইমান জোৰেৰে মাৰিলে যে তাৰ বন্দুকটোৱেই ভাঙি কেইবাটুকুৰা হ'ল। মাছটো ধৰাৰ আনন্দত সি বন্দুকটো ভঙাৰ কথা মনেই নকৰিলে। জৰ্জে আঙুলিয়াই দিয়াত সি কৈছিল, "ভগৱানে তোমাক আৰু এটা চট্‌গান পোৱাত সহায় কৰিব।" এল্‌চাই পিচে প্ৰতিশোধ ললে, তাই মুকৰে হ্ৰদৰ পাৰত এৰি অহা চেণ্ডেলজোৰ লৈ দৌৰ মাৰিলে। মুকৰে তাৰ চেণ্ডেল উদ্ধাৰ কৰিবলৈ এল্‌চাৰ লগত টনা-আজোৰা কৰা দৃশ্য বৰ হাঁহি উঠা হৈছিল। অৱশেষত চেণ্ডেলজোৰ বৰ বেয়া অৱস্থাত মুকৰ হাতত পৰিল। এশমাইল উত্তৰৰ এচিয়া উপসাগৰ পোৱাৰ আগতে আমি বৰ দীঘল লঙ্গনদতি পৰ্বতমালা পাৰ হব লাগিছিল। বহুত ঠাইত পাহাৰটো চিধাই হ্ৰদত পৰিছিল। সেইবাবে গধুৰ বোজাৰে সৈতে গাধবোৰ লৈ দলটো উভতি গৈ ভিতৰৰ ফালৰ বাটেদি যাব লগাত পৰিল আৰু আমি পাৰ্টিটো শিলৰ মাজে মাজে বৰ কষ্টেৰে উপকূলৰ দাঁতিয়েদি গৈ থাকিলোঁ। এনে এটা চুক পাৰ হোৱা অসাধ্য যেন লাগিছিল। সেইটো পাৰ হবলৈ এল্‌চাৰ বাবে পোন্ধৰ ফুট ওখ পৰ্বতৰ চূড়াৰ পৰা তলৰ বাম পানীলৈ জাপ মাৰিবলৈও পৰ্বতটো পিচল শেলুৱৈৰে ঢকা, শিলত খামোচ মাৰি ধৰিবলৈও কোনো উপায় নাছিল। নাইবা তাৰ সমানে থিয় শিল এটা বগাই নামি আহি তলৰ ফেন উঠি থকা পানীত জাপ মাৰিব লাগিব। পানীৰ গভীৰতা অৱশ্যে তাইৰ উচ্চতাৰ সমানে আছিল কিন্তু ফেনবোৰে ঢাক ৰাখি দেখাত বৰ বিপদজনক কৰি তুলিছিল। সেইবাবে কি কৰিলে ভাল হয় তাই ভাবি নেপাইছিল। শিলটো খেপিয়াই খেপিয়াই তাই চেষ্টা কৰি চালে। শেষত ঢৌ উঠি থকা পানীত সাহসেৰে জাপ মাৰি দিলে। অৱশেষত আমাৰ উদগণিত শুকান মাটিত উঠিলগৈ। এই

কৃতকাৰ্য্যতাত আমাক সুখী কৰিবলৈ পাই তাই যে ইমান আনন্দ পাইছিল আৰু গৌৰৱবোধ কৰিছিল দেখি আমি অভিভূত হৈ পৰিছিলোঁ।

আমাৰ গন্তব্য পথৰ বেছি ভাগতে আমি হ্রদৰ নিমখীয়া পানী খাইছিলোঁ আৰু তাৰে ৰন্ধাবঢ়া কৰিছিলোঁ। পানীবোৰ অপকাৰী নাছিল, কোমল পানী, তাৰে গা-ধুই ভাল লাগে। ধোৱা-পখলা কৰিবলৈ চাবোন নহলেও হয়। বেয়া লগা সোৱাদ এটাও আছিল। আমাৰ খোৱা বস্তুবোৰৰ ওপৰত ৰং এটা পৰিছিল। সেইবাবে এতিয়া পোৱা পাহাৰৰ তলৰ সৰু নিজৰাৰ পৰিষ্কাৰ পানী আমাৰ বাবে আনন্দৰ ঐশ্বৰ্য্য আছিল। এই পৰ্বতমালাৰ পশ্চিমৰ বাটটোৰে আগতে কোনো ইউৰোপীয় লোক যোৱা নাছিল। বহু আগতে নিচেই তাকৰীয়া যি কেইজন লোক এই অঞ্চললৈ আহিছিল তেওঁলোকে উত্তৰৰ বাটটো লৈছিল। লয়ঙ্গেলেনৰ পৰা আহি ন-দিন যোৱাত আমি পাহাৰটোৰ উত্তৰ সীমাত কেম্প কৰিছিলোঁ। সচৰাচৰ পঠিওৱাৰ দৰে তাৰপৰা আমি চিকাৰী স্কাউটৰ কেইজনক অঞ্চলটো নিৰীক্ষণ কৰিবলৈ আৰু চোৰাং চিকাৰী দেখে নেকি চাবলৈ পঠিয়াই দিলোঁ। আবেলি ঘূৰি আহি তেওঁলোকে সৰু সৰু নাৱত উঠি ফুৰা ডাঙৰ দল এটা দেখাৰ কথা জনালেহি। এই নাওবোৰত পেডেল্ থাকে। হ্রদত এনে নাও গালোব্বাবোৰ্ৰহে থাকে। এই জনজাতীয় লোক-সকল বৰ জঙ্গী, সিহঁতৰ নিজৰ ৰাইফল আছিল। সিহঁতে ইথ'পিয়াৰ সীমাৰ আৰু আমাৰ ৰাজ্যলৈ আহি বস্তু-বাহানি লুটি লৈ যায়, হত্যা আৰু লুণ্ঠন কৰে। স্কাউটবোৰে দেখা দলটোৱে হয়তো লুটপাত কৰিবলৈ বা চোৰাং চিকাৰ কৰিবলৈ অথবা মাছ মাৰিবলৈ আহিব পাৰে। যেই নহওক তাত সিহঁত থকাটো ন্যায়সঙ্গত নাছিল। এল্‌চা আৰু মই কেম্পত থাকিলোঁ, বাকীবোৰ পৰ্য্যবেক্ষণ কৰিবলৈ ওলাই গ'ল। চাৰিজন স্কাউট ৰাইফল লৈ আমাৰ ৰখীয়া হৈ থাকিল।

পাহাৰটোৰ ওপৰৰ পৰা তেওঁলোকে বাৰটা মানুহে তিনিখন নাৱত উঠি হ্রদৰ কাষে কাষে আমাৰ কেম্পৰ ফালে আহি থকা দেখা

পালে। সিহঁতেও তৎক্ষণাত আমাৰ মানুহবোৰক দেখিলে আৰু জৰ্জহঁত পাহাৰটোৰ পৰা নামি আহে মানে বৰ কোবেৰে ব'ঠা মাৰি দুশ গজমান আঁতৰি সৰু দ্বীপ এটা পালেগৈ। সিহঁতৰ হাতত কোনো আগ্নেয়াস্ত্ৰ থকা যেন নেলাগিল। নাৰত হয়তো লুকাই থোৱা ৰাইফল থাকিব পাৰে। 'বাইন'কুলাৰ' দি চাই জৰ্জে দ্বীপটোত কমেও চল্লিশজনমান মানুহ দেখিলে, পাৰত কেইবাখনো নাও। নাওকেইখন দ্বীপটোৰ পাৰ পালত মানুহবোৰে তেওঁলোকক উৎকণ্ঠিত হৈ বেঢ়ি ধৰিলে। হাতত এখনো নাও নথকাত জৰ্জহঁতৰ কৰিবলৈ একো উপায় নাছিল, সেইবাবে তেওঁলোক কেম্পলৈ উভতি আহিল। আমি তৎক্ষণাত বস্তু-বাহানি সামৰি যিমানদূৰ সম্ভৱ দ্বীপটোৰ ওচৰলৈ নামি আহিলোঁ। সেই নিশা উপৰুৱাকৈ আৰু কেইজনমান প্ৰহৰী ৰখা হৈছিল আৰু প্ৰত্যেকজন মানুহে গুলি ভৰোৱা ৰাইফল কাষত লৈ শুইছিল। ৰাতি পুৱাই আহিলত দেখা গ'ল দ্বীপটো পৰিত্যক্ত হৈ পৰি আছে। গালোৰবাবিলাকৰ আমাৰ উপস্থিতি নিশ্চয় ভাল নেলাগিল। ৰাতিৰ আন্ধাৰত প্ৰবল ধুমুহা অহাঁ স্বত্বেও সিহঁত আঁতৰি পলাল। সিহঁত সঁচাকৈয়ে গ'ল নে নাই চাবলৈ জৰ্জে কিছুমান মানুহ দুদৰ পাৰে পাৰে চাবলৈ পঠালে। বেলি উঠাৰ পাচতেই দ্বীপটোত অসংখ্য শগুণ আৰু সাৰেং চৰাই পৰিবলৈ ধৰা দেখি গলোৰবাবোৰ চোৰাং চিকাৰ আৰু মাছ ধৰিবলৈ অহাটোৱেই কাৰণ বুলি ধৰা হ'ল। সিহঁতে নিশ্চয় কেইবাটাও জলহস্তি মাৰিলে, তাৰে অৱশিষ্ট খাবলৈ শগুণ আৰু সাৰেং চৰাইবোৰ দ্বীপটোলৈ আহিছিল।

আমাৰ কেম্পৰ দক্ষিণফালে দীঘল দীঘল ঘাঁহবোৰৰ মাজৰ পৰা হঠাৎ দিনৰ ১১ মান বজাত দুখন নাও পানীৰ কালে মুকলিলৈ ওলাই আহিল। সিহঁতক বাধা দিবলৈ জৰ্জে ব'ঠাত লগাকৈ দুটামান গুলি মাৰিলে। সিহঁত তেতিয়া আকৌ ঝাওবনবোৰৰ মাজত কোবেৰে সোমাই পৰিল। জৰ্জে তেতিয়া কেইজনমান স্কাউটক সিহঁতৰ লগত কথা-বতৰা পাতি পাৰলৈ মাতি আনিবলৈ পঠালে। কিন্তু সিহঁতে শুনিলে যদিও কাণসাৰ নকৰি জলাহ আৰু মাজলৈ সোমাই গ'ল।

গোটেই দিনটো সিহঁতে মূৰ দাঙি দাঙি আমাক নিৰীক্ষণ কৰি আছিল। তাত চাৰিখন নাও থকা বুলি আমি আন্দাজতে ধৰিছিলোঁ। সিহঁত সম্ভৱ আচল দলটোৰ এটা অংশ। সিহঁতৰ ওচৰলৈ যাব পৰাটো সম্ভৱ নাছিল বাবে জৰ্জে সিহঁত ওলাই আহি গৃহাভিমুখি হোৱাটো বিচাৰিলে। তেওঁ সঙ্কেট জনাই জলাহৰ ওপৰেদি গুলি কেইটামান মাৰিলে আৰু 'ভেৰিলাইট' নিক্ষেপ কৰি পোহৰৰ সঙ্কেট দিলে।

বয়বস্তু কমি আহিলত আমাৰ উভতি যোৱাৰ সময় আহিল। হ্রদৰ পানী প্রচুৰ পোৱাত দেখা গ'ল আমাৰ চাফাৰিৰ প্রথম ভাগ দ্বিতীয় ভাগতকৈ আড়ম্বৰৰ দৰে হ'ল। এতিয়া অহাবাটে যোৱাতকৈ আমি আন এটা ভিতৰুৱা বাটেৰে উভতি যাবলৈ ঠিক কৰিলোঁ। আমাৰ টাৰখান গাইড, গাইডে সেইবাটটো বৰ ঠিক হব বুলি নেভাবিলে, তাতোকৈ ডাঙৰ কথা হ'ল বাটত আৱশ্যক হলে পানী যে পোৱা যাব সেইটোও নিশ্চিত নাছিল। সেই অঞ্চলত মাটিত গাঁত খান্দিলে পানী পোৱা গৈছিল। পিচে আমি যোৱা সময়ত বতৰ শুকান হোৱা বাবে বহুত দূৰে দূৰেহে পানীৰ গাঁতবোৰ পোৱাটো সম্ভৱ আছিল। জৰ্জে হিচাব কৰি দেখিলেযে আমি হ্রদৰ পৰা এদিনৰ বাটহে আঁতৰি থাকিম গতিকে পানীৰ অভাব হলে পুৰাব পৰা যাব। ভিতৰুৱা বাটেদি অহাবাবে আমি হ্রদৰ শীতল বতাহ জাক নোপোৱা হলোঁ। মাজে মাজে গৰমত মোৰ অণ্ঠ কণ্ঠ শুকাই গৈছিল। চাৰিও দিশ জনপ্রাণীহীন, আমি আগতে যোৱা বাটতকৈও নিজান নিৰিবিলি। কেৱল লাভা আৰু লাভা, গতিকে তাত মানুহৰ বসতি থকাৰ কোনো চিন নাই, জন্তুটো নায়েই। ভাগ্যক্রমে আমি লয়ঙ্গেলেনত ছাগলী কেইটামান কিনিছিলোঁ। এল্‌চাৰ বাবে মাংসৰ যোগানটো কমি আহিছিল যদিও সেই কেইদিনৰ আহাৰৰ বাবে যথেষ্ট আছিল। কিন্তু এই কেইদিনতে আমাৰ আটাইৰে ওজন বহুত কমিল। উভতি আহোঁতে আমাৰ বেছিদিন নালাগিছিল কিয়নো গাধবোৰৰ পিঠিৰ ওজন কমি আহিছিল আৰু বাটত পানী নথকাৰ বাবে একে সময়তে আমি বহুত দূৰ বাট অতিক্রম কৰিব লগাত পৰিছিলোঁ।

ওঠৰ দিনৰ পাচত আমি লয়ঙ্গেলেন পালত দেখা গ'ল আমাৰ প্ৰধান কেম্পটোত ৰখীয়া কৰি থৈ যোৱা স্কাউট কেইজন এনেয়ে বহি থকা নাছিল। তেওঁলোকে চাৰিটা' টাৰথানা চোৰাং চিকাৰী ধৰা পেলাই আটক কৰি ৰাখিছিল। সিহঁতৰ ভিতৰৰ বয়সিয়াল-জনে জৰ্জক বৰ আন্তৰিকতাৰে সম্ভাষণ জনালে আৰু দহ বছৰৰ আগতে একে অপৰাধতে জৰ্জে তেওঁক ধৰা পেলাই মৰচাবিত কাৰাগাৰলৈ পঠোৱাৰ কথা সোঁৱৰাই দিছিল। তাত জেলৰ দিন-কেইটা তেওঁ বেচ স্ফুৰ্তিৰে কটাইছিল যদিও এতিয়া আকৌ জেল খাটিবলৈ ইচ্ছা নকৰে বুলি জনালে। বয়স বেছি হোৱা দেখি জৰ্জৰ তেওঁলৈ দয়া উপজিল। তেওঁ তাক আমাৰ চাকাৰিৰ দিনকেইটা গাধৰ চহিচ্ পাতি বেচৰকাৰী ভাবে শাস্তি বিধান কৰিলে।

লয়ঙ্গেলেনৰ পৰা দলৰ মানুহবোৰ নৰ্থ হৰ'লৈ গ'ল। তাত থকা চমানিৰবিলাকৰ দোকানৰ পৰা আফ্ৰিকাদেশীয় মানুহকেইজনৰ বাবে খোৱাবস্তুখিনি তাতে কিনিছিল। পুলিচ থানাত আফ্ৰিকা দেশীয় ইন্সপেক্টৰ গৰাকীৰ প্ৰৰা জৰ্জে গম পালে যে ঘোঁৰাত উঠিযোৱা আঠজনীয়া চোৰাংচিকাৰীৰ দল এটা লয়ঙ্গেলেন আৰু হৰৰ মাজত দেখা গৈছিল। এই চোৰাং চিকাৰীবোৰ সীমাৰ সিকালৰ পৰা অহা বৰাণ-জাতীয় লোক। সিহঁতৰ ঘোঁৰাবিলাকক চাৰি-পাঁচ দিনলৈ পানী নোখোৱাকৈ থাকিবলৈ দিয়া হয়। ৰাইফল আদি সিহঁতৰ হাতত থাকেই, সিহঁতে জিৰাফ মাৰে। সিহঁতক আমাৰ কাষে থকা সহযোগী বোৰে সহায় কৰে আৰু পহৰীয়া অহাৰ কথা জনাই আগতেই সাৱধান কৰি দিয়ে। এইবাৰ উটৰ পিঠিত উঠি পহৰা দি ফুৰা মানুহবিলাকে সিহঁতৰ খোজ চাই চাই গৈ কেইদিন মানৰ পাচত সিহঁতক আচম্বিতে ধৰিলেগৈ। এটা মানুহ আহত হ'ল আৰু সাতোটা ঘোঁৰা কবায়ত্ত কৰিলে।

লয়ঙ্গেলেনত তিনিদিন থাকি আকৌ জিন লেকাম চেডেল আদি মেৰামতি কৰি ঠিক-ঠাক কৰি লৈ আমাৰ দ্বিতীয় পৰ্য্যায়ৰ চাকাৰি 'মাউন্ত কুলান' ত উঠিবলৈ সাজু হলোঁ। হ্ৰদৰ পৰা বিশ মাইল পূৱত

চাৰিওফালৰ মৰুভূমিৰ পাদদেশৰ পৰা ৭,৫০০ ফুট উচ্চত মৌচুমী বতাহৰ জলীয় ভাপৰাশিয়ে ইয়াৰ শিখৰ স্পৰ্শ কৰে বাবে পাহাৰটো গছ-বননিৰে এখন সেউজীয়া হাবিত পৰিণত হৈছিল। এই পৰ্বতটো আঠাইশ মাইল দীঘল ঠেক আগ্নেয়গিৰি, তাৰ মাজত চাৰিমাইল বহল জ্বালামুখ। এই জ্বালামুখটোৱে দুভাগ হৈ পৰ্বতটো উত্তৰ আৰু দক্ষিণ দুটা অংশত ভাগ কৰিছিল। প্ৰবাদ আছে যে আগ্নেয়গিৰিটো সুপ্ত হোৱাৰ পাচত এটা ভূমিকম্পত কুলান অঞ্চলত ডাঙৰ ডাঙৰ ফাট মেলিছিল আৰু এই ফাটবোৰ জ্বালামুখৰ ভিতৰত সোমাই পৰিছিল। আগ্নেয়গিৰিটোৰ ভিতৰৰ মিহি বেৰবোৰ কাটিলে কমলাৰ দৰে সৰু সৰু টুকুৰাবোৰ ওলাই পৰে। জ্বালামুখটোৰ ওপৰৰ পৰা তলৰ গভীৰত্ব ৩,০০০ ফুট। তলিত চাগাত—২ নামৰ এটা সুৰঙ্গ আছে। ই পৰ্বতটোৰ মাজলৈকে গৈছে। সুৰঙ্গটো ওপৰৰ পৰা নেদেখি। ইয়াৰ থিয় বেৰবোৰ শ শ ফুট ওখ। মাজে মাজে ইমান ঠেক খোলা অংশ আছে যে সেই ফাকেৰে কোনোমতেহে আকাশখন দেখি। কুলানৰ পূবে থকা একমাত্ৰ খোলা বাটটোৰে গৈ গহ্বৰৰ ভিতৰখন চাবলৈ চেষ্টা কৰিছিলো। কিন্তু ডাঙৰ ডাঙৰ শিলাখণ্ড আৰু গভীৰ পানীৰ ভোঙাবোৰে তাক বিফল কৰিছিল।

গোটেই পৰ্বতটো চাবলৈ হলে সমানে আধা-ওপৰলৈ উঠিব লাগিছিল তাৰ পাচত একেবাৰে তললৈ নামি আহি দ্বিতীয় ভাগটোৰ ওপৰলৈ উঠিব লাগিছিল।

চাফাৰিটোৰ উদ্দেশ্য আছিল পৰ্বতৰ ওপৰত থকা জীৱ-জন্তুবোৰ নিজে নিজে বা চোৰাংচিকাৰৰ বাবে ক্ৰমে কমি আহিছে নেকি তাৰ এটা সমীক্ষা লোৱা। বৰ্তমানৰ আৰু জৰ্জে বাৰবছৰৰ আগতে আহি লোৱা পৰিসংখ্যাৰ লগত তুলনা কৰি এই হিচাপ উলিয়াব খুজিছিল। বিশেষকৈ ডাঙৰ জাতৰ কৃষ্ণসাৰ পহুবোৰৰ সংখ্যাটো উলিয়াবলৈ চেষ্টা কৰিছিল।

দীঘল দীঘল পৰ্বতৰাশিৰ শিখৰলৈকে যোৱা ডাঙৰ শিলাখণ্ড-

বিলাকৰে কুলান পৰ্বতটো সিমান আকৰ্ষণীয় নাছিল। তদুপৰি শিলাখণ্ডবোৰ ঠেক হোৱাত কোনো জন্তুৰ পাল তালৈ উঠি যোৱাটো সম্ভৱ নাছিল। আমাৰ মাল বোজাই কৰা জন্তু কেইটাৰ বাবে লাভাৰে পৰিবেষ্টিত অঞ্চল অতিক্ৰম কৰিব লগা হোৱাত প্ৰথম দিনৰ যাত্ৰা বৰ কষ্টকৰ আছিল। পাচত খিয় খিয় পাহাৰবোৰ বগাই যোৱাটো বহুত ঠাইত বৰ টানহৈ পৰাত আমি গাধবোৰৰ পিঠিৰ বোজাবোৰ কমাই হাতেৰে কঢ়িয়াই নিয়াৰ ব্যৱস্থা কৰিলোঁ।

দ্বিতীয় নিশা আমি পাহাৰটোৰ দুই তৃতীয়-অংশ উচ্চতাত উঠিলোঁগৈ। ডাঙৰ ডাঙৰ লাভাৰ শিল থকা এডোখৰ সমান ঠাইত কেম্প কৰিলোঁ। ওচৰতে এটা সৰু নিজৰা আছিল। এবাৰত এটা গাধই যথেষ্ট পানী খাব পৰাকৈ তাৰ পৰা পানী ওলাইছিল। শেষৰ গাধটোৱে পানী খাইমানে বহুত বেনি হৈ গৈছিল। সেই অঞ্চলৰ পানী ওলোৱা কেইটামান উইঁৰ ভিতৰত এইটোও এটা আছিল। সেইবাবে ইয়ালৈও চাম্বাৰ জনজাতিসকলে পানী নোহোৱা দিনত পানী খাবলৈ তেওঁলোকৰ জীৱ-জন্তুবোৰ কুলান পৰ্বতলৈ আনে আৰু বেছিভাগে এইটো নিজৰাতে পানী খায়।

ইমানবোৰ উট, ছাগলী, ভেৰা পানী পোৱা ঠাইত লগ পোৱাটো এল্‌চাৰ বাবে নিশ্চয় বৰ টান কথা আছিল। বেছ বুধিয়ক আৰু শান্ত স্বভাৱৰ হোৱাবাবে পৰিস্থিতিটো তাই ভালকৈ বুজি পাইছিল। সেইবাবেই তাইৰ কেইফুটমান ওচৰেদি পাৰহৈ যোৱা জন্তুবোৰৰ গোন্ধ পাইও তাই লোভ সম্বৰণ কৰি আছিল। এনে সময়ত আমি তাইক বান্ধি থৈছিলোঁ। তাই পিচে ধৰিবলৈ চেষ্টা কৰা নাছিল, ধূলি আৰু চিঞৰ-বাখৰৰ পৰা আঁতৰি থাকিব বিচাৰিছিল।

কুলানলৈ উঠি যোৱা বাটটো বৰ খিয় আছিল। ওপৰলৈ উঠোমানে ঠাণ্ডা বেছি হৈ আহিছিল। আমি পৰ্বতৰ গাৰ ঠেক আলিয়েদি গৈ গৈ ওখ ওখ টিলাবোৰ বগাইছিলোঁ। ইয়াৰ জোপোহাবোৰ চাপৰ আছিল। তাৰ ওপৰলৈ সৰল গছৰ ধুনীয়া হাবি। পিচদিনা পুৱা আমি কুলান পৰ্বতৰ শিখৰত উঠিলোঁ। এতিয়া সমান মাটিত খোজ

কাঢ়িবলৈ পাই সকাহ পালোঁ। এডোখৰ ধুনীয়া মুকলি ঠাইত আমাৰ টম্বু তৰা হ'ল। ওচৰতে এটা বোকা পানীৰ নিজৰা আছিল। তাৰ পানীবোৰ চম্বক জনজাতিৰ গৰুবোৰে বেছি কলুষিত কৰি পেলাইছিল। চম্বকবিলাকে আমাৰ কেম্পত ইমান ডাঙৰ সিংহ এটা দেখি বৰ আচৰিত হৈছিল।

পৰ্বতৰ শিখৰত ৰাতিপুৱা সদায় ডাঠ কুঁৱলি পৰিছিল। সেইবাবে তাপ পাবলৈ আমি ডাঙৰ ডাঙৰ কাঠৰ টুকুৰাবোৰ দি জুই একুৰা জ্বলাইছিলোঁ। ৰাতি ভীষণ জাৰ পৰিছিল বাবে এলচাক মই ঘাঁহ পাতৰ বাহ সাজি শুবলৈ দি মোৰ আটাইতকৈ ডাঠ কম্বলখনেৰে তাইৰ গাটো ঢাকি দিছিলোঁ। কম্বলখন তাইৰ গাৰ পৰা পৰি পৰি যোৱাত ঠাণ্ডাত তাই কঁপিছিল, মই বাৰে বাৰে কম্বলখন তুলি দিছিলোঁ৷ ৰাতিৰ বেছিভাগ সময় মোৰ এইদৰেই কাটিছিল। মই কম্বলখন তুলি দিলে প্ৰত্যেকবাৰেই তাই মোৰ হাতখন চেলেকি দিছিল। টম্বুটো ফালি ওলাই যাবলৈ তাই কেতিয়াও চেষ্টা কৰা নাছিল। বৰঞ্চ সাৰ পোৱাৰ বহুত পাচলৈকে তাইৰ বিচনাখনতে পৰি থাকিছিল। তাতেই তাই আৰাম পাইছিল, বাহিৰৰ ফিৰাফিৰিয়া বতাহজাকৰ পৰাও ৰক্ষা পৰিছিল। ৰ'দ পৰি কুঁৱলি নাইকিয়া হলেই তাই চটফটীয়া হৈ ওলাই আহি পৰ্বতৰ সতেজ বতাহজাক উপভোগ কৰে। কোমল আৰু ঠাণ্ডা মাটিত হাবিৰ ঘন ছাঁ পোৱাত তাই ঠাই ডোখৰ বৰ ভাল পাইছিল, তাৰোপৰি বাগৰ দিবলৈ কেউফালে মহৰ গোবৰে ভৰি আছিল।

ঠাণ্ডা বতাহ আৰু ছাঁ থকা বাবে দিনৰ ভাগত পৰ্বতৰ ওপৰত ফুৰিবলৈ একো কষ্ট নহৈছিল। তাইও আমাৰ লগত ঘূৰি ফুৰিছিল, ওপৰত উৰি ফুৰা ঈগল চৰাইবোৰ বৰ মন দি নিৰীক্ষণ কৰিছিল তাইৰ পাচে পাচে আৰু তললৈ চোঁ মাৰি নামি অহা কাউৰীবোৰে তাইক বৰ বিৰক্ত কৰিছিল। এবাৰ তাই শুই থকাৰ পৰা ম'হ এটাক খেদি ফুৰিছিল। তাইৰ ঘ্ৰাণশক্তি, দৃষ্টিশক্তি আৰু শ্ৰৱণ শক্তি তিনিওটাই বৰ তীক্ষ্ণ আছিল। ডাঠ হাবিৰ মাজত সোমাইও কেতিয়াও

বাট হেৰুৱা নাছিল। এদিন আবেলি জন্তুবোৰৰ মাজেদি ডালেখিনি বাট আগবাঢ়ি যোৱা দলটোৰ পাচে পাচে আমি গৈ আছিলোঁ। এল্‌চাই জোপোহাবোৰৰ মাজত লুকাই-ওলাই আমাৰ লগত ধেমালি কৰি গৈ আছিল। হঠাৎ তাই লুকাবলৈ যোৱাৰ কালৰ পৰা ভয়াৰ্ত চিঞৰ এটা শুনিবলৈ পালোঁ। অলপ পাচতে গাধ এটা সেই ফালৰ পৰা দৌৰি ওলাই আহিল আৰু তাইক টনা-আঁজোৰা কৰি এল্‌চা গাতে লাগি আহিছিল। হাবিডোখৰ বৰ ডাঠ হোৱাৰ বাবে সিহঁত বেছি কোবত যাব নোৱাৰিলে। আমি গৈ একৰাই দিলোঁগৈ আৰু এল্‌চাক ভালকৈ বেত দিয়া হ'ল, তাইৰ নিশ্চিত প্ৰাপ্য। এনেকুৱা অৱশ্যে তাই আগতে কৰা নাছিল। মই বৰ বেছি ভয় খাইছিলোঁ, কিয়নো মই মাতিলেই তাই জন্তু খেদিবলৈ এৰি গুচি আহিছিল। তাইক শিকলিৰে বান্ধি ধৰি নিনিয়াৰ বাবে মই নিজকে দোষাৰোপ কৰিলোঁ আৰু গাধটো অকলে এৰি দিয়াৰ বাবে ৰখীয়াজনক দোষিলোঁ। দুৰ্ভাগ্যবশতঃ আৰু এটা কথা সেইদিনাই হব পালে। সেইদিনা বোজাই কৰোতে গাধবোৰ বন্ধা অৱস্থাত থকা বাবে এল্‌চালৈ কেৰেপ নকৰি তাইৰ কাষেদিয়েই চিঞৰ-বাখৰ কৰি পাৰ হৈছিল। সেইবাবেই পাচত হাবিৰ মাজত অকলশৰীয়া গাধটো পাই তাই প্ৰলোভন সামৰিব নোৱাৰিলে। তাৰোপৰি গাধটো বুঢ়া আছিল বাবে আমাৰ চাকাৰিত বেছ অসুবিধাৰ সৃষ্টি হৈছিল। সেইবাবে তাই পাচত আমাৰ ওচৰত ক্ষমা বিচৰাৰ উদ্দেশ্যেৰে বৰ মৰম লগাকৈ মন ভুলাবলৈ নানা খেল দেখুৱালত মই তাইক ক্ষমা কৰাৰ কথাকে ভাবিলোঁ।

এদিন আমি আগ্নেয়গিৰিটোৰ জ্বালামুখৰ সম্মুখত থিয় হৈ দুভাগ হোৱা পৰ্বতটোৰ উত্তৰ ফালে চাই আছিলো। তাৰপৰা দূৰত্ব চাৰিমাইল হলেও তালৈ যাবলৈ হলে পূৰা দুদিন লাগিলহেঁতেন। এল্‌চা একেবাৰে দাঁতিত বৈ আছিল। তলত দুহেজাৰ ফুট গভীৰ সুৰঙ্গ দেখি ভয়ত জীৱ উৰি গৈছিল। পিচে সিহঁত জন্তুবোৰৰ উচ্চতাৰ প্ৰতি কোনো ভয় নাই যেন লাগিল। পাচদিনা আমি নামি গ'লোঁ আৰু

আমাৰ দল 'চিগাটা—২" শৃংগৰ সন্মুখ পালোঁগ। তাত আমি কেম্প কৰিলোঁ। দিনটোৰ ভিতৰত হাজাৰ হাজাৰ উট, ছাগলী, ভেৰা আমাৰ কাষেদি পাৰ হৈ গৈছিল। বেন্ ভাইন নামৰ ওখ আৰু দেখনিয়াৰ জনজাতীয় লোকৰ বৰ্থীয়া লগত আছিল। নাক আৰু নেজলৈকে ৰচিৰে বন্ধা উটবোৰৰ পিঠিত পানী কঢ়িওৱা বেগবোৰ লৈ সিহঁতৰ পাচে পাচে মাইকী মানুহবোৰ গৈছিল। এই বেগবোৰ খুব ঘনকৈ গছপাতৰ আঁহেৰে তৈয়াৰ কৰা, তাত পাঁচ গেলেনমান পানী ধৰে। আমি পৰ্বতটোৰ ভিতৰলৈ সোমাই গ'লোঁ। ভিতৰখন এসময়ত পানী যোৱা খাৰা আছিল, বৰ্তমান শুকান। লাহে লাহে কাষৰ থিয় গঢ়াৰ মাজেদি প্ৰায় পাঁচমাইল ওপৰলৈ উঠি গৈছে। আৰু আগবাঢ়ি গ'লে দেখা পোৱা গৰাবোৰৰ উচ্চতা ১৫০০ ফুট আছিল। কিছুমান ঠাইত বাটটো ইমান ঠেক আছিল যে পিঠিত বোজাই কৰা উট দুটা পাৰ হৈ যোৱাটো সম্ভৱ নাছিল আৰু ওপৰৰ পাহাৰৰ চূড়াবোৰ একেলগ হৈ আকাশখন নেদেখা কৰি ৰাখিছিল। পানী ওলোৱা নিজৰাটোৰ ওপৰলৈকে আমি গৈছিলোঁ। সেই ঠাইত পানীৰ সঁতিটো বহল আছিল আৰু বহুতো পৰিষ্কাৰ পানীৰ গাঁত আছিল। আমাৰ গতি ৰোধ কৰিলোঁ। তাৰ সিপাৰে ৩০ ফুট দ গৰা আছিল। পৰ্বতাৰোহণ-কাৰী হাৰ্বাটে আগুৱাই গৈ আৰু এটা তেনেকুৱা থিয় গৰা দেখা পালে।

চোৰাং চিকাৰীৰ বাবে চাগাটা—২ মনোৰম ঠাই। ইয়াত পানী খাবলৈ অহা জন্তুবোৰৰ বাবে খাপ লৈ থকাটো সহজ কথা। এবাৰ এটা জন্তু পানী খাবলৈ সোমোৱা মানে ফান্দত পৰা, কিয়নো ওলাই যাবলৈ হলেই চিকাৰীৰ মুখতে পৰে।

উত্তৰৰ শৃঙ্গলৈ চাগাটা—২ ৰ পৰা এদিন এবেলাৰ বাট। দক্ষিণ-ভাগতকৈ এই অঞ্চলত চামাকবিলাকৰ ঘন বসতি, সিহঁতৰ গৰু-ম'হ অসংখ্য। এল্ চাক সেইবাবে বান্ধিব লগা হ'ল। তাত আমি জন্তু দেখাই নাছিলোঁ। ম'হ আগতে বহুত আছিল যদিও ছবছৰমানৰ পৰা ম'হবোৰ অহা নাই। ভাওৰ পহুবোৰো নাইকিয়া হ'ল।

কেইটামানৰ গোবৰ চকুত পৰিছিল। চম্বকবোৰৰ গৰু-ম'হৰ সংখ্যা বাঢ়িলত সিহঁতে ঘাহঁবনবোৰ খাই শেষ কৰিলে। পাহাৰবোৰ নঙঠা কৰাৰ বাবে বনৰীয়া জন্তু অহাটো কমিল বুলি জৰ্জে ভাবিছিল।

জোঙা জোঙা লাভাবোৰ থকাৰ বাবে লয়ঙ্গেলেনলৈ নামি যোৱা বাটটো বৰ আমনি লগা আছিল। খুপি খুপি ষাওঁতে বৰ ভাগৰ লাগিছিল। তলত ৰোড'লফ্ হ্রদৰ পানীত বেলিমাৰ যোৱাৰ চমকপ্রদ দৃশ্যাৱলী, নীলা পাহাৰ আৰু হেঙুলী আকাশখনেও আমাৰ পথৰ ক্লান্তি লাঘৱ কৰিব পৰা নাছিল। এল্চাই এৰি অহা পৰ্বতটো আৰু শীতল পৰি থকা হাবিডৰালৈ উভতি উভতি চাই আহিছিল আৰু তালৈ ঘূৰি দৌৰ মাৰিবলৈ উদ্যত হৈছিল। আমি এল্চাক বান্ধিবলৈ বাধ্য হলোঁ।

ৰাতি হৈ আহিলত আন্ধাৰত আমি বাট হেৰুৱালোঁ। এল্চা কেইগজমান গৈ বৈ গৈছিল। তাইৰ ধৈৰ্য্য হেৰাই গৈছিল। বেছ ডাঙৰ হ'ল যদিও নাৰ্ভাচ হলেই তাই মোৰ আঙুলি চুপিছিল। সেই নিশা তাই যে কিমানবাৰ মোৰ আঙুলি চুপিলে! শেষত আগতে যোৱা আমাৰ দলটোৱে কিছুমান দিক্ নিৰ্দেশক গুলিমাৰি আমাক কেম্পলৈ বাটপোনাই দিলে। হায়ৰাণ হৈ আমি কেম্প পালোঁহি। এল্চাই একো খাব নুখুজিলে, তাই কেৱল মোৰ ওচৰতে থাকিব বিচাৰিছিল। বৰকৈ ভাগৰ লগাত মোৰো খাবলৈ মন নগ'ল। এল্চাই যে কিমান কষ্ট কৰিবলগীয়া হ'ল আমি উপলব্ধি কৰিব পাৰিলোঁ। সেই ৰাতি তেনেকৈ জোঙা লাভাবোৰৰ ওপৰে ওপৰে কিয়বা আহিব লগা হ'ল তাই বুজি পোৱা নাছিল। আমাৰ প্ৰতি তাইৰ মৰম আৰু বিশ্বাসৰ বলতহে তাই খোজ চলাব পাৰিছিল। কষ্টকৰ হলেও তাই চাফাৰিৰ দিন কেইটাত বৰ সহ্য কৰিলে। তিনিশ মাইলৰো ওপৰ দূৰত্ব তাই খোজ কাঢ়িছিল। লগতে আমাৰ মাজৰ মৰমচেনেহৰ বান্ধোনো বৃদ্ধি পাইছিল। আমি তাইক ভাল পাওঁ বুলি বুজিব পাৰি আমাৰ লগত থকা দিনলৈকে তাই নিজকে নিৰাপদ বুলি জানিছিল আৰু সেইবাবে সুখী হৈছিল। এই আত্মগৰ্বী, বুদ্ধিমান জন্তুটোৰ

'নিজৰ মনৰ প্ৰচণ্ড মৰমৰাজী প্ৰকাশ কৰিবলৈ আৰু মনৰ বাসনা পুৰাবলৈ আন কাকো কাষত নোপোৱা বাবে আমিয়েই দায়ী এই কথা ভাবি তাইৰ লগত আমাৰ বেছি অন্তৰঙ্গতা গঢ়ি উঠিছিল। কেতিয়াবা অৱশ্যে তাই বৰ আহুকালৰ সৃষ্টি কৰিছিল, কিয়নো আন কাৰো লগত আমি তাইক এৰি যাব নোৱাৰিছিলোঁ। আমি কিছু পৰিমাণে তাইৰ ওচৰত বন্দী হৈ পৰিছিলোঁ। কিন্তু এই সামান্য ত্যাগৰ বিনিময়ত তাই আমাক বহুতো দিছিল। আমাৰ আৰু তাইৰ মাজৰ মনৰ প্ৰতিক্ৰিয়াৰ ব্যৱধান কেৱল তাইৰ জন্তুসুলভ স্বভাৱৰ পৰিণতিৰ বাবেই হৈছিল। তাইৰ মনৰ উদ্দাম বাসনা দমন কৰি তাই আমাৰ জীৱনধাৰাত নিজকে খাপ খুৱাই লবলৈ যত্ন কৰা কথাটো বৰ মৰ্মন্তুদ আছিল। তাইৰ শান্ত স্বভাৱ নিশ্চয় তাইৰ চৰিত্ৰৰ বৈশিষ্ট্য আছিল। আমাৰ জীৱনধাৰাৰ লগত মিলিবলৈ আমি তাইক কোনো জোৰ জুলুম বা বাধ্য কৰা নাছিলোঁ নাইবা অৱজ্ঞা কৰি আঁতৰাই ৰখা নাছিলোঁ। কেৱল মৰমেৰে আমি তাইক আমাৰ দুখন জগতৰ মাজৰ বৈষম্য আঁতৰ কৰিবলৈ সহায় কৰি দিছিলোঁ। বন্য জন্তুৰ পৰাই সিংহই আহাৰ সংগ্ৰহ কৰিব পৰাত সিহঁত সিংহবোৰ বহুত দূৰ ঘূৰিব লগাত নপৰে। কিন্তু নিজৰ দলত থকাতকৈ এলচাই এই পৃথিৱীৰ বহুত ঠাই দেখিলে। আমি চাফাৰিৰ পৰা উলটি অহাৰ পাচতেই তাই তাইৰ আগৰ অভ্যাস আৰু দৈনন্দিন ৰুটিন আৰম্ভ কৰিছিল। তাই তাইৰ ঘৰখন চিনি পাইছিল।

## ষষ্ঠ অধ্যায়

## এল্‌চা আৰু বনৰ সিংহ

এল্‌চাৰ ব্যৱহাৰ-পাতি বৰ মৰম লগা আছিল। আমি অলপ সময়ৰ বাবে আঁতৰি গ'লে তাই আমাক আদৰ সম্ভাষণ জনাইছিল। এবাৰ এজনৰ আৰু এবাৰ সিজনৰ ওচৰলৈ গৈ আমাৰ গাত মূৰটো ঘঁহাই আৰু মুখেৰে মাওঁ মাওঁ বুলি শব্দ কৰিছিল। সচৰাচৰ প্ৰথমে মই আগত আহোঁ। তাৰ পাচত জৰ্জ, পাচে পাচে নুক আৰু ওচৰত থেয়ে নাথাকক একে ধৰণেৰে সম্ভাষণ জনায়। তাইক কোনে ভাল পায় তাই তৎক্ষণাত বুজি পায় আৰু মৰম লগাই তাৰ প্ৰতিদান দিছিল। তাই অলপ নাৰ্ভাচ আলহীবোৰক সহ্য কৰি থাকে কিন্তু যিবিলাকে বৰ বেছিকৈ ভয় খায় সিহঁতক অলপ দিগ্‌দাৰ দিয়ে। অৱশ্যে বিশেষ একো অনিষ্ট নকৰে যদিও বেছিকৈ ভয় খুৱাই ফূৰ্তি পাইছিল। পোৱালী অৱস্থাৰ পৰা তাই নিজৰ গাৰ ওজন কামত লগাব পাৰিছিল। এতিয়া আৰু পাকৈত হ'ল। আমাক বাধা দিবলৈ হ'লে তাই জোৰেৰে আহি আমাৰ ভৰিত পৰি দিয়ে আৰু তাইৰ গাটোৰে আমাৰ থুতৰিত হেচা দি পেলাই দিয়ে।

ৰোডলফ্ হ্ৰদৰ পৰা উভতি অহাৰ পাচতেই আমি তাইক আবেলি ফুৰাবলৈ নিওঁতে তাইক বৰ অ'স্থৰ যেন দেখা গৈছিল। কেতিয়াবা তাই আমাৰ লগত ঘূৰি নাহি ৰাতিটো জোপোহাবোৰৰ মাজতে কটাইছিল। লেণ্ডৰ'ভাৰখন লৈ তাইক বিচাৰি পালে লৈ অহা হৈছিল। তাইও খোজকাঢ়ি শক্তিক্ষয় কৰাতকৈ তাইক নিবলৈ অহা গাড়ীখনত উঠি যোৱাটোৱেই উত্তম বুলি উপলব্ধি কৰিছিল। গাড়ীৰ চালৰ ওপৰত আৰামেৰে বহি লৈছিল আৰু গাড়ী গৈ থাকোতে ক'ৰবাত চিকাৰ আছে নেকি চাৰিওফালে চাই আহিছিল। এই ব্যৱস্থাটোত তাই বৰ সন্তোষ্ট হৈছিল। পিচে দুৰ্ভাগ্যবশতঃ গাড়ী নিৰ্মাতাসকলে গাড়ীৰ ওপৰত সিংহ শুব পৰাকৈ চালখন তৈয়াৰ কৰা

নাছিল। এল্চাৰ ওজনত ওপৰৰ কেনভাচখন দোঁ খাই আমাৰ মূৰত লাগিব লগা হ'লত জৰ্জে আৰু কেইডালমান বড নতুনকৈ কেনভাচৰ তলত লগাব লগা হৈছিল।

তাই আমাৰ লগত নথকা সময়ত সদায় মুকৰ তত্ত্বাৱধানত থাকে। এদিন আমি মুকক এল্চাৰ লগত ফটো তুলিবলৈ বিচাৰি ভালকৈ কাপোৰ পিন্ধি ফিট্ফাট্ হৈ ওলাই আহিবলৈ কলোঁ। মুকৰে অলপ পাচতে ক্রিম ৰঙৰ জেকেট এটা পিন্ধি ওলাই আহিল। এই জেকেটটো তাৰ বিয়াৰ বাবে কিনিছিল। মুকক ঠিক সিংহৰ প্রশিক্ষক যেন দেখা গৈছিল। এল্চাই তালৈ এবাৰ চায়েই জোপোহাৰ মাজত সোমাল। তাৰ পৰা জুমি জুমি চাই শেষত মুক বুলি চিনি পাইহে ওলাই আহি তাৰ ওচৰত ওচৰত তপককৈ চুমা এটা খালে, যেন কবলৈ বিচাৰিল, "তুমি মোক কিয় ইমান ভয় খুৱাই দিলা ?"

মুক আৰু এল্চাৰ একেলগে বহুতো অভিজ্ঞতা হৈছিল। মুকৰে কোৱামতে সিহঁত এদিন জোপোহা এটাৰ তলত জিৰণি লৈ থাকোতে বাঘ এটা কাষ চাপি আহি আছিল। নিজকে সংযত কৰি অকণো লৰচৰ নকৰাকৈ এল্চাই বাঘটো একেবাৰে ওচৰ চপালৈ বাটচাই থাকিল। তাইৰ নেজডালহে সামান্য লৰিছিল তেনেতে বাঘটোৱে তাইৰ নেজ ডাল লৰচৰ কৰা দেখি মুকৰ গাৰ ওচৰেদি বিজুলীবেগে দৌৰ মাৰিলে। এল্চাৰ বয়স তেইশ মাহ হ'লত তাইৰ মাতটো গভীৰ গোঁজৰনিলৈ পৰিবৰ্তিত হ'ল। এমাহৰ পাচত তাইৰ আকৌ ঋতুস্রাৱ হ'লত জোপোহাবোৰত সানি থৈ আহিছিল। সিহঁতৰ লগৰী বিচাৰি লোৱাৰ সময় আৰু লক্ষণ। সাধাৰণতে আমি য'লৈকে ফুৰিবলৈ যাওঁ তাইও লগত গৈছিল। দুদিনমানৰ পৰা তাই কিন্তু সেই সমতলটো পাৰ হৈ যাব খুজিছিল। এদিন আবেলি তাই আমাক তাই যাব খোজা বাটেৰে লৈ গ'ল। তাত আমি সিংহৰ নতুনকৈ পৰা খোজ কিছুমান দেখিলোঁ। আন্ধাৰ হ'লত তাই ঘূৰি আহিব নিবিচাৰিলে। আমি শুভতি আহিলোঁ গাড়ী যাব পৰা বাট দেখি জৰ্জে লেণ্ডৰ'ভাৰখন লৈ ওলাই গ'ল। তাই ইতিমধ্যে

ঘুৰি আহে বুলি মই ঘৰতে থাকিলোঁ। আমি তাইক এৰি অহা ঠাইলৈ গৈ জৰ্জে তাইক কেইবাবাৰো মাতিলে কিন্তু কোনো সঁহাৰি নেপালে। তেওঁৰ মাতটো পাহাৰত ঠেকা খাই কেৱল প্ৰতিধ্বনিহে হ'ল। এমাইলমান আৰু আগবাঢ়ি গৈও মাতিলে, পিচত এল্‌চা ঘৰ পালেগৈ বুলি ভাবি ঘুচি আহিল। এল্‌চাৰ বাবে মই দুঘণ্টা বাট চাই থকা বুলি জনালোঁ, কিন্তু তাইৰ দেখা দেখিয়েই নাছিল। তেওঁ আকৌ ওলাই গ'ল। অলপ পাচতে মই বন্দুকৰ গুলিৰ শব্দ শুনিলোঁ। জৰ্জ উভতি নহালৈকে মই বৰ চিন্তিত হৈ থাকিব লগাত পৰিছিলোঁ। তেওঁ আহিলত তেওঁৰ পৰা সবিশেষ শুনি বৰ উদ্বিগ্ন হৈ পৰিলোঁ। তেওঁ গাড়ীৰে আগবাঢ়ি গৈ প্ৰায় আধা ঘণ্টামান সময় এল্‌চাক চিঞৰি চিঞৰি মাতিছিল কিন্তু তাই নাহিল। গাড়ীখন জোপোহা এটাৰ ওচৰত ৰখাই তাইকনো ক'ত বিচাৰিব ভাবি থাকোতেই হঠাৎ গাড়ীৰ পৰা দুশ গজ আঁতৰত দুটা সিংহৰ গৌজৰ্নি শুনা গ'ল, পাচ মুহূৰ্ততে খেদাখেদি কৰি দুজনী সিংহ ওলাই দৌৰ মাৰিলে। পাচৰজনীৰ ফালে জৰ্জে ৰাইফলটো টোৱাই গুলি কৰি দিলে। কাৰণ তেওঁ ভাবিলে এই সিংহজনীয়ে এল্‌চাকও মাৰিব পাৰে। জৰ্জে পাচত গাড়ীত উঠি খেদি গ'ল। জোপোহাৰ মাজেৰে ঠেক বাটেছি তেওঁ ফ্লাচ্ লাইট মাৰি মাৰি আগবাঢ়িল। আগত কেৱল দুজনী সিংহৰ সৈতে সিংহ এটা বহি থকা পালে। সিহঁতে বৰ অনিচ্ছাৰে গুজৰি গুজৰি জৰ্জক বাট এৰি দিলে।

সেয়ে তেওঁ মোক নিবলৈ আহিল। আমি আকৌ সেই ঠাইলৈ গ'লোঁ আৰু এল্‌চাক মাতি মাতি হায়ৰাণ হলোঁ। আমাক উপহাস কৰি কেইশমান গজ আঁতৰৰ পৰা সিংহবোৰে গুজৰি উঠিল। আমি সিহঁতৰ ফালে গাড়ী চলাই আগবাঢ়িলোঁ কিন্তু তিনিজোৰ চকুৰ জলমলনিহে দেখা পালোঁ। আমাৰ কৰিব পৰা আৰু একো নাছিল বাবে হতাশ হৈ গধুৰ মনেৰে আমি ঘৰলৈ ঘুচি আহিলোঁ। তাইক আন মাইকী সিংহই হিংসাৰ বশবৰ্তী হৈ মাৰি পেলাব পাৰে নেকি! তাই এতিয়া সহজে পাল খাব পাৰিলেহেঁতেন পিচে সিংহটোক

সিংহীজনীয়ে জানো সহজে এৰি দিব। পিচে এমাইলৰ ওপৰ অহাৰ পাচতে এল্‌চাক বাটত পাই আমি নিচিন্ত হলোঁ। আমালৈ আওকাণ কৰি তাই জোপোহা এটাৰ ওচৰত বৈ শুঙি আছিল। আমি তাইক আহিবলৈ কোৱা স্বত্বেও তাই বৰ আশাৰে সিংহবোৰে গোঁজৰাৰ কালে চাই থাকিল। সিহঁতে আকৌ মাতিবলৈ ধৰিলে আৰু আগবাঢ়ি আহিল। আমাৰ পাচফালে ত্রিশগজ আঁতৰত থকা শুকাই যোৱা নদীৰ ওচৰতে সিহঁত বৈ গ'ল আৰু বৰকৈ গুজৰিবলৈ ধৰিলে।

মাজনিশা হৈ গ'ল। আমাৰ আৰু সিংহবোৰৰ মাজত এল্‌চা জোনাকত বহি থাকিল। দুয়ো পক্ষই তাইক নিজৰ নিজৰ ফালে মাতিবলৈ ধৰিলে। হঠাতে উঠি এল্‌চা সিংহবোৰৰ ফালে আগবাঢ়ি যাব খুজিলে। মই চিঞৰিব ধৰিলোঁ, "এল্‌চা নাযাবা, সিহঁতে তোমাক মাৰি পেলাব।" তাই আকৌ বহি পৰিল, আমালৈ চালে আৰু নিজৰ জাতি ভাইবোৰলৈ চালে, কি কৰিব তাই ভাবি নেপালে। এঘণ্টা সময় এইদৰেই কাটিলে। তেতিয়া জর্জে সিংহবোৰৰ ওপৰেদি দুজাই গুলি মাৰিলে। সিংহবোৰ মনে মনে আঁতৰি গ'ল। এল্‌চা তেতিয়াও লৰচৰ নকৰা দেখি আমি লাহে লাহে গাড়ী চলাই আঁতৰি আহিলোঁ, আশা কৰিছিলোঁ তাই কিজানি আমাৰ পাচ লয়। তাই তাকেই কৰিলে। পাচলৈ কেইবাবাৰো ঘূৰি চাই অাই গাড়ীৰ কাষে কাষে আহি থাকিল আৰু শেষত গাড়ীৰ ওপৰত জাপ মাৰি উঠি ললে। আমি তাইক নিৰাপত্তাৰ মাজলৈ লৈ আহিলোঁ। ঘৰ পালত তাইৰ বৰ পিয়াহ লাগিল আৰু অৱশ হৈ পৰিল। বহুত সময় ধৰি পানী খালে। সিংহবোৰৰ লগত এই পাঁচ ঘণ্টা এল্‌চাই কি কৰিছিল? তাইৰ গাত মানুহৰ গোন্ধ পাই বনৰীয়া দলটোৱে তাইক গ্রহণ কৰিবনে? মতাটোৱে 'চিজন'ৰ সময়ত মাইকীজনীক প্রত্যাখ্যান কৰিবনে? সিহঁতৰ ওচৰলৈ নগৈ আমাৰ লগত তাই কিয় গুচি আহিল? হিংস্র সিংহজনীৰ বাবে তাই ভয় খাইছিল নেকি? আমি এই কথাবোৰ চিন্তা কৰিবলৈ ধৰিলোঁ। যিয়েই নহওক প্রথম অভিজ্ঞতাত তাইৰ কোনো অঘটন ঘটা নাছিল।

এই দুঃসাহসিক অভিজ্ঞতাৰ পাচৰ পৰাই বস্তুজগতৰ প্ৰতি তাই বেছিকৈ আকৃষ্ট হ'ল। প্ৰায়ে তাই গধুলি সময়ত আমাৰ লগত ফুৰিবলৈ গৈ উভতি নাহিছিল। কেইবাটাও সন্ধিয়া আমি তাইক বিচাৰি ফুৰিছিলোঁ। শুকান দিনত পানীৰ বাবেই ঘূৰি আহিব বুলি আমি আশা কৰিছিলোঁ, কিয়নো ঘৰতহে তাইৰ বাবে পানী মজুত আছিল।

ওখ শিলত বহি থাকিবলৈ তাই ভাল পাইছিল। আটাইতকৈ ওখ শিলটোতহে বহিছিল বা আন নিৰাপদ ঠাইত বহি কেওকালে নিৰীক্ষণ কৰিছিল। এদিন ওচৰতে বাঘৰ গোঁজৰনি শুনি আমি তাতে তাইক এৰি আহিব লগা হ'ল। পাচদিনা পুৱা গাত বহুত আঁচোৰ লৈ তাই ঘৰলৈ আহিল। বাঘটোৱে আঁচোৰ বুলি আমাৰ সন্দেহ হৈছিল।

এদিন তাই বেলিমাৰ যোৱাৰ পাচত হায়েনাৰ খকখকনি শুনি পাচ ললে। তাৰ পাচতে সিহঁতে চিঞৰিবলৈ ধৰাত এল্‌চাই গুজৰি প্ৰত্যুত্তৰ দিলে। কি হৈছেনো চাবলৈ গৈ জৰ্জে দেখিলে দুটা ঘোঙে এল্‌চাক ঘেৰি লৈছিল। তেওঁ তেতিয়া তাৰে এটাক গুলি কৰি মাৰিলে। তাই তাইৰ চিকাৰটো আগঠেং দুটাৰে ধৰি জোপোহা মাজলৈ লৈ গ'ল। পোৱালী থাকোতে মাটিত পৰা কুচনবোৰ তাই তেনেকৈ টানি নিছিল। তাই দুবছৰীয়া হ'ল যদিও ঘোঙটোৰ ছাল দাঁতেৰে ফুটাব পৰা নাছিল। চিকাৰটো লৈ কি কৰিব লাগে তাই নেজানিছিল।

জিৰাফবোৰ তেতিয়ালৈকে তাইৰ মৰমৰ বন্ধু আছিল। সিহঁতৰ পাচকালে জোপ লৈ তাই চুঁচৰি চুঁচৰি গৈ থাকে। কিন্তু ওচৰ চপাৰ আগতে সিহঁতে তাইক দেখা পাইছিল। এল্‌চাৰ গোটেই গাটো লৰচৰ নকৰাকৈ থাকিব পাৰিলেও তাইৰ নেজৰ আগৰ ক'লা নোমকোচা স্থিৰ হৈ নাথাকে। তাইক দেখাৰ পাচতে সিহঁতৰ মাজত কোনটো সাহসী এই লৈ জিৰাফবোৰৰ মাজত প্ৰতিযোগিতা আৰম্ভ হয়। সিহঁতে এটা এটাকৈ তাইৰ সম্মুখলৈ অৰ্ধবৃত্তাকাৰে আগবাঢ়ি

আহে আৰু এল্‌চাই যেদি নোযোৱালৈকে দীঘলীয়াকৈ সৰু মাতেৰে গেঙেৰিদি থাকে। এদিন তাই সিহঁতৰ মস্ত বুঢ়া জিৰাফ এটাক বৈ বৈ খেদি গৈছিল। বাকীবোৰ জিৰাফ এমাইলমান আঁতৰি যোৱাত এল্‌চাই এই বুঢ়া জিৰাফটোক অকলে পাই তাৰ চাৰিওফালে ঘূৰি ঘূৰি চোঁচা লৰলৈ ধৰিলে। অৱশ্যে নিৰাপদ দূৰত্বত থাকিহে খেদিছিল কিয়নো সি এটা গোৰ সোধালেই তাইৰ মূৰৰ খোলা সহজেই ভাঙি গ'লহেঁতেন।

আঢ়ৈমাহৰ মূৰে মূৰে তাইৰ ঋতুস্ৰাৱ হৈছিল। এনেহলে জন্তুবোৰে সাধাৰণতে মেকুৰীৰ দৰে সৰু সৰুকৈ মাতে। কিন্তু এল্‌চাই এনে কৰা আমি দেখা নাছিলোঁ। সেই সময়ত তাইৰ গাৰ পৰা বেলেগ ধৰণৰ গোন্ধ এটা ওলায় আৰু জোপোহাবোৰত তাই ৰসবোৰ চটিয়াই থৈ আহে।

সিংহৰ সংস্পৰ্শলৈ অহাৰ পাচত এদিন মুকৰে জনালে যে বাতিপুৱা ফুৰাবৰ সময়ত তাইৰ পাচে পাচে যাওঁতে এল্‌চাই তাক বাৰে বাৰে গেঙেৰি ধৰিছিল। তাই বোধহয় মুক তাইৰ লগত যোৱাটো নিবিচাৰিছিল কিয়নো তাই পাহাৰটোৰ ওপৰলৈ উঠি গৈছিল। আৰু ৰ'দৰ তাপ প্ৰখৰ হৈ যোৱা স্বত্বেও বৰ বেগাই গৈ চকুৰ আঁৰ হৈ পৰিছিল। দুপৰীয়া তাইৰ খোজৰ চিন চাই চাই আমি তাইক বিচাৰি গৈছিলোঁ, কিন্তু আৰু আগলৈ খোজৰ চিন নেদেখিলোঁ। তাইক চিঞৰি চিঞৰি মাতিলোঁ। উত্তৰ আহিল, এল্‌চাৰ পৰা নহয় এটা অদ্ভুত ধৰণৰ গোঁজৰনি, মতা সিংহৰ। কিছু সময়ৰ পাচতেই তাই ডাঙৰ ডাঙৰ শিলবোৰৰ ওপৰেদি মুখেৰে কু কু শব্দ কৰি নামি আহিল আৰু আমাৰ ওচৰ পালত বহি পৰিল। তাইৰ খুব ভাগৰ লাগি কোঁপাইছিল আৰু উত্তেজিত হৈছিল। আমি তাইলৈ পানী লৈ আহিছিলোঁ, তাই পিচে বেছি খাব নোৱাৰিলে। তাইৰ পাচ ফালৰ ঠেঙৰ ওপৰত, আগফালে ভৰিৰ ওপৰত, ডিঙিত হাঁতোৰাৰ আঁচোৰ লাগি তেজ ওলাই আছিল। কপালতো ঘা লাগি তেজ ওলাইছিল। অৱশ্যে ই দাঁতৰহে চিন, হাঁতোৰাৰ আঁচোৰ নাহয়।

তাইৰ গাটো সাধাৰণতে নোগোন্ধায়, কিন্তু তেতিয়া বেলেগ ধৰণৰ তীব্ৰ গোন্ধ এটা পোৱা গৈছিল। অলপ সময়ৰ পাচত তাই স্বাভাৱিক অৱস্থালৈ আহি আমাক আগৰ দৰে মৰম লগালে আৰু প্ৰত্যেকৰ ওচৰতে ওঁ, ওঁ কৰি যেন কব বিচাৰিলে, "শুনা, মই কি কথা গম পালোঁ!" তাইৰ অভিজ্ঞতাৰ বাবে আমি তাইক মৰম কৰা বুলি নিশ্চিত হৈ তাই আকৌ মাটিত বাগৰি দু-ঘণ্টা সময়ৰ বাবে গভীৰ টোপনিত নিমগ্ন হ'ল। আমি মাত্তি থকা সময়ত তাই সিংহটোৰ লগতেই আছিল। দুদিন পাচত গোটেই দিনটো আৰু ৰাতিও তাই বাহিৰতে কটালে। খোজৰ চিনে চিনে গৈ তাইক সিংহ এজনীৰে সৈতে দেখিলোঁ।

তেতিয়াৰ পৰা এল্‌চাই বেছিকৈ বাহিৰত ৰাতিটো কটাবলৈ ধৰিলে। তাই যিবিলাক ঠাইত থাকি ভাল পাই তালৈকে আমি গাড়ী লৈ তাইক মাত্তি আনিবলৈ চেষ্টা কৰিছিলোঁ। কেতিয়াবা আহে পিচে প্ৰায়ে তাই নাহিছিল। আহাৰ-পানী নোখোৱাকৈ তাই-দুই-তিনি দিনলৈকে বাহিৰত আছিল। কেৱল পানীৰ কাৰণেই তাই ঘূৰি অহাৰ সম্ভাৱনা আছিল। কিন্তু বৰষুণৰ বতৰ আহিবলৈ বেছি দিন নথকাত আমি সমস্যাত পৰিলোঁ। কিয়নো বৰষুণ আহিলেই এল্‌চাক আৰু ঘূৰাই অনাটো সম্ভৱ নহব। তাৰোপৰি মে মাহত বিদেশলৈ যাবলৈ আমাৰ দীঘলীয়া চুটি মঞ্জুৰ হৈ আছিল। সেইবাবে এল্‌চাক লৈ সোনকালে সীদ্ধান্তলৈ অহাটো প্ৰয়োজন হৈ পৰিছিল। এল্‌চাৰ বয়স তেতিয়া সাতাইশ মাহ হৈছিল—তাই পূৰ্ণ যৌৱনা। কিন্তু ইচিঅ'লুত তাইক এৰি যাব নোৱাৰিম। আমাৰ আগৰ আঁচনিমতে তাইক তাইৰ বায়েক দুজনী থকা হলেণ্ডৰ 'ৰটাৰডাম' চিৰিয়াখানাত থোৱাৰ কথা আছিল। তাৰবাবে লিখালিখিও কৰি হঠাৎ যাব লগা হলে আয়োজনটোও কৰি ৰাখিছিলোঁ। কিন্তু তাইৰ ভৱিষ্যতৰ পৰিকল্পনা তাই নিজেই ঠিক কৰি ললে। তাইৰ চালচলনে আমাৰ অ'চনি সলনি কৰিবলৈ বাধ্য কৰালে। তাইক তাইৰ প্ৰাকৃতিক পৰিবেশৰ মাজত ডাঙৰ দীঘল কৰাটো আমাৰ বাবে সৌভাগ্যৰ কথা

আছিল। জোপোহাৰ মাজত থাকি তাই অত্যন্ত হৈ পৰিছিল আৰু বনৰ সিংহবোৰেও তাইক লগ দিয়া দেখি ঘৰচীয়া জন্তুক বন্যজীৱনৰ লগত অপৰিচিত বাবে আৰু সিহঁতৰ গাত মানুহৰ গোন্ধ থকা বাবে সচৰাচৰ বন্য জন্তুৱে সিহঁতক মাৰি পেলাই বুলি যি বিশ্বাস আছিল তাই তাৰ ব্যতিক্ৰম বুলি একপ্ৰকাৰ প্ৰমাণিত হ'ল। এল্‌চাক আকৌ হাবিত এৰি দি এটা পৰীক্ষা চলোৱাটো ভাল হব।

আৰু দুই তিনি সপ্তাহ তাইৰ লগত থাকি সকলো ঠিকেই থাকিলে আমি দীঘলীয়া চুটিত যাবলৈ ঠিক কৰিলোঁ। এইবাৰ জলবায়ু পৰিবৰ্তনৰ বাবে কেনিয়াৰ পৰা অ'ণতৰি বেলেগ ঠাইত থকাৰ কথা।

এল্‌চাক ক'ত এৰি দিয়া যায় ভাবিবলগীয়া হ'ল। ইচিঅ'মু ঘনবসতিপূৰ্ণ হোৱা বাবে তাইক তাত এৰিবলৈ ভাল নেপালো। ঘৰচীয়া জন্তু আৰু মানুহৰ বসতি নথকা ঠাই এখন আমাৰ জনা আছিল। তাত বন্য জন্তু, বিশেষকৈ সিংহ অসংখ্য আছিল।

এল্‌চাক তালৈ নিবলৈ অনুমতি পাই আৱশ্যকীয় যা-যোগাৰখিনি কৰিলোঁ। বিলম্ব নকৰি বৰষুণ অহাৰ আগতেই তাইৰ ভৱিষ্যত বাসভূমি পাবলৈ আমি উদ্যত হলোঁ।

এই অঞ্চল পাবলৈ তিনিশ চল্লিছ মাইল ওখ মালভূমি পৰ্বতৰ শিখৰ পাৰ হৈ ইউৰোপীয় মানুহৰ ফাৰ্ম থকা ঘনজনবসতিপূৰ্ণ অঞ্চলেদি যাব লাগিছিল। মানুহৰ জুমবোৰ আৰু আফ্ৰিকাদেশীয় মানুহৰ অনুসন্ধিৎসু দৰ্শনৰ পৰা এল্‌চাক ৰক্ষা কৰি অপ্ৰস্তুত নকৰাকৈ আৰু দিনৰ প্ৰখৰ ৰ'দৰ পৰা ৰক্ষা পাবলৈ আমি ৰাতি ৰাতি যাত্ৰা কৰিবলৈ মনস্থ কৰিলোঁ। আমি সন্ধিয়া সাত বজাত যাবলৈ ঠিক কৰিলোঁ, পিচে এল্‌চাৰ ভাৱনা বেলেগ আছিল। যোৱাৰ আগতে আমাৰ ঘৰৰ পৰা নিলগৰ সমতলত থকা তাইৰ প্ৰিয় শিলবোৰৰ ওচৰলৈ ফুৰাবলৈ লৈ গ'লোঁ। তাত তাইক শেষবাৰৰ বাবে ফটো ললোঁ। তাই ফটো তুলিবলৈ বৰ লাজ কৰিছিল বা তাইক চাই আঁকিবলৈও নিদিছিল। তাইলৈ কেমেৰা টোৱালেই তাই মুখটো ঘুৰাই দিছিল। বা হাঁতোৰাবে মুখখন ঢাকি দিছিল

নাইবা আঁতৰি গৈছিল। ইচিঅ'মুত এই শেষ দিনা আমাৰ বহুতো কেমেৰাৰ চট্ তাই সহ্য কৰিব লগা হ'ল। অৱশেষত তাই তাৰ পোতক তুলিলে। কেমেৰাটো এবাৰ মই থবলৈ পালে'াহে, তাই তাৰ ওপৰত জপিয়াই পৰিল আৰু শিলৰ ওপৰেদি লৈ গ'ল। দামী কেমেৰাটো ভাঙিল বুলিয়েই ভাবিলোঁ। এঘণ্টাতকৈ বেছি সময় নানা বুদ্ধি কৰিও তাইৰ পৰা কেমেৰাটো উদ্ধাৰ কৰিব নোৱাৰিলোঁ। কেমেৰাটো কামুৰি ধৰি বেছিকৈহে জোকাৰিবলৈ ধৰিলে। আনকি দুই হাঁতোৰাৰে ধৰি দাঁতেৰে কামোৰা যেন কৰিলে। শেষত আমি উদ্ধাৰ কৰিবলৈ সমৰ্থ হলোঁ। আচৰিতৰূপে কেমেৰাটোৰ বিশেষ একো হানি নহ'ল। ঘৰলৈ উভতি গৈ আমাৰ দীঘলীয়া যাত্ৰা আৰম্ভ কৰাৰ তেতিয়া সময় হৈ গ'ল। কিন্তু এল্‌চাই তেনেতে শিল এটাত বহি সিহঁতৰ স্বভাৱগত ভাবুক ভঙ্গীত চাৰিওফালৰ উপত্যকাটো নিৰীক্ষণ কৰিবলৈ ধৰিলে। তাইক একোৱে তলাব নোৱাৰিলে, নিৰ্বিকাৰ হৈ বহি থাকিল। বুজা গ'ল খোজকাঢ়ি তাইৰ উভতি আহিবৰ মন নাছিল, গাড়ীত অনাটোৱেই বিচাৰিছিল। যিমানেই সোনকালে যাত্ৰা কৰিম বুলি ভাবিছিলোঁ, হৈ নুঠিল। জৰ্জ ঘৰলৈ আহি লেণ্ডৰ'ভাৰখন লৈ এল্‌চা উঠি থকা শিলাখণ্ডৰ তলতে ৰখালে। এল্‌চাক কিন্তু তাত নেদেখিলে। সম্ভৱ তাই ফুৰিবলৈ গ'ল। তাইক মাতিলে, কিন্তু সঁহাৰি নেপালে। ৰাতি এঘাৰ বজাতহে তাই দেখা দিলেহি। লেণ্ডৰ'ভাৰখনৰ ওপৰত জাপমাৰি উঠি ঘৰলৈ যাবলৈ তাই সন্মত হ'ল।

## সপ্তম অধ্যায়
## প্ৰথম বাৰৰ মুকলিকৰণ

মাজনিশাৰ পাচতেই তাই ভ্ৰমণ কৰা গঁড়ালটোত তাইক ভৰাই আমি যাত্ৰা আৰম্ভ কৰিলোঁ। ভেটেনেৰি ডাক্তৰৰ পৰামৰ্শমতে অপকাৰ নহয় বুলি কোৱাত বাটটো আৰামত শুই যাবলৈ মই তাইক টোপনি অহা দৰৱ এটা দিলোঁ। ঔষধটোৱে আঠঘণ্টা কাম কৰে। তাইক মনোবল দিবৰ বাবে মই তাইৰ লগতে খোলা লড়িখনত উঠি গৈছিলোঁ। ৰাতিৰ ভাগতে আমি সমুদ্ৰ পৃষ্ঠাৰ পৰা আঠ হেজাৰ ফুট উচ্চতাত থকা বৰ ঠাণ্ডা অঞ্চল এটা অতিক্ৰম কৰিছিলোঁ। ইন্‌জেক্‌চনটো দিয়াৰ বাবে এল্‌চা সামান্য সজ্ঞানে আছিল, কিন্তু এই অৱস্থাতো সময়ে সময়ে তাই গঁড়াল শলাকেইডালৰ মাজেৰে ভৰি মেলি মই তাইৰ ওচৰত থকাটো নিশ্চিত হৈ লৈছিল। আমাৰ গন্তব্যস্থান পাওঁতে সোতৰ ঘণ্টা লাগিল। আমি আহি পোৱাৰ এঘণ্টাৰ পাচতো ঔষধটোৰ কাম শেষ নহ'ল। এই ওঠৰ ঘণ্টা এল্‌চাৰ গাটো ঠাণ্ডা হৈ গৈছিল। উশাহৰ গতিও মন্থৰ হৈ আহিছিল। তাই মৰিব বুলি মই বৰ ভয় খাইছিলোঁ। ভাগ্যক্ৰমে তাই সুস্থ হৈ পৰিল। কিন্তু এই অভিজ্ঞতাই সিংহৰ ক্ষেত্ৰত ড্ৰাগৰ ব্যৱহাৰৰ প্ৰতি আমাক সাৱধান কৰি দিলে। আন জন্তুতকৈ সিহঁত ড্ৰাগচ্‌ৰ প্ৰতি বেছি পৰাভূত ( sensitive ) আৰু বেলেগ ধৰণেৰে প্ৰতিক্ৰিয়া দেখুৱায়। আমাৰ আগৰ অভিজ্ঞতাও আছিল। পোৱালী অৱস্থাৰ সিংহপোৱালী তিনিওটাক গাত পোক নালাগিবলৈ দৰৱ দিওঁতে এটাই সহ্য কৰিলে, এটাৰ অসুখ হৈ গ'ল আৰু এল্‌চা প্ৰায় অজ্ঞান হৈ পৰিছিল।

আবেলি বহুত পলমকৈ আমি গন্তব্যস্থান পাইছিলোঁগৈ। আমাৰ বন্ধু সেইখন জিলাৰ বনৰক্ষী বিষয়াজন আহি আমাক লগ পালেহি। পাঁচ হাজাৰ ফুট ওখ টিলা এটাৰ তলত সুন্দৰ ঠাই এডোখৰত আমি কেম্প পাতিলোঁ। তাৰপৰা বহু দূৰৰ বননিৰে ঢকা অঞ্চলটো দেখা যায়।

হ্রদোপাৰে থকা সেউজীয়া অঞ্চল দেখি নদীৰ গতিৰ অৱস্থিতি গম পোৱা গ'ল। পাঁচ হেজাৰ ফুট ওখ এই অঞ্চলৰ বতাহ সতেজ আৰু ক্ৰুত গতিৰ আছিল। আমাৰ কেম্পৰ সন্মুখৰ ঘাঁহনিডৰা তলৰ সমভূমিলৈ নামি গৈছিল। জেব্ৰা, হৰিণা, ম'হ আদিকে কৰি তাত নানা ধৰণৰ জীৱ-জন্তুবোৰে ঘাঁহ খাই আছিল। ই চিকাৰীৰ ভূ-স্বৰ্গ। তথাপিও কেইটা তৰে মানে আমি এলচাক ফুৰাবলৈ লৈ গ'লোঁ। তাই জন্তুবোৰ খেদি গ'ল। সিহঁত চাৰিওফালে দৌৰ মাৰিবলৈ ধৰাত কোনটোৰনো পাচ লব তাই ভাবি নেপালে। দূৰ ভ্ৰমণৰ পৰিশ্ৰম পাতলাবলৈকে তাই যেন তাইৰ খেলৰ নতুন লগৰীবোৰৰ লগত খেদা খেদি কৰিবলৈ সিহঁতৰ মাজত সোমাই পৰিল। সিহঁতৰ মাজত উদ্দেশ্যবিহীন ভাবে ইফাল সিফালে দৌৰি ফুৰা সিংহটো দেখি সিহঁত বৰ বিস্মিত হৈ পৰিল। তাইৰ ভাগৰ লাগিলত আহাৰ খাবলৈ কেম্পলৈ গুচি আহিল।

আমাৰ আঁচনি অনুসৰি প্ৰথম সপ্তাহ লেণ্ড্ৰ'ভাৰখনৰ ওপৰত এলচাক তুলি লৈ নতুন ঠাইডোখৰত ঘূৰাই ফুৰাই সেই অঞ্চলৰ জীৱজন্তুবোৰৰ লগত পৰিচয় কৰাই দিয়া। তাৰে কিছুমান জন্তু উত্তৰ অঞ্চলত বাস নকৰে বাবে এলচাই সিহঁতক কেতিয়াও দেখা নাছিল। দ্বিতীয় সপ্তাহত আমি তাইক জোপোহাৰ মাজত ফুৰোঁতে বাতিটোৰ বাবে এৰি থৈ আহিবলৈ পাঙিলোঁ আৰু ৰাতিপুৱা তাইৰ টোপনি-ভাব থাকোঁতেই তাইক খোৱাবস্তু দিয়াৰ ব্যৱস্থা কৰিলোঁ। পাচত তাইৰ আহাৰ কমাই আনি তাই নিজে চিকাৰ কৰিবলৈ বা বনৰ সিংহৰ লগ লাগিবলৈ উৎসাহিত কৰিব খুজিলোঁ।

পাচদিনা ৰাতিপুৱাৰ পৰা আমাৰ আঁচনি কাৰ্য্যকৰী কৰিবলৈ আৰম্ভ কৰিলোঁ। মুক্তি দিয়াৰ চিনস্বৰূপে আমি তাইৰ ডিঙিৰ কলাৰ ডাল খুলি দিলোঁ। এলচা লেণ্ড্ৰ'ভাৰৰ ওপৰত জপিয়াই উঠিল, আমি আগুৱাই গ'লোঁ। আৰু কেইশ গজমান যোৱাৰ পাচতে পাহাৰটোৰ আওগৰীয়া ফালে তলত আমাৰ লগে লগে এজনী সিংহ আহি থকা দেখিলোঁ। তাই পহুবোৰৰ ওচৰেদি গৈ আছিল। সিহঁতে

তাইলৈ মনেই কৰা নাছিল। বোধহয় তাইৰ দ্ৰুত পদক্ষেপ দেখি সিহঁতক তাই নধৰে বুলি গম পাইছিল। আমি তাইৰ ওচৰলৈ গাড়ী চলাই গ'লোঁ। এলচাক উত্তেজিত হোৱা যেন দেখা গ'ল। তাই গাড়ীৰ ওপৰৰ পৰা জাপ মাৰি নামি সক সককৈ মাতি সিংহীজনীৰ পাচে পাচে যাব ধৰিলে। কিন্তু সিংহীজনীয়ে বৈ গৈ ঘূৰি দিয়াৰ লগে লগে তাই ভয় খাই গ'ল আৰু যিমান পাৰে বেগাই দৌৰি আহি জাপ মাৰি গাড়ীৰ ওপৰত উঠিল। সিংহীজনীয়ে তাইৰ গন্তব্যপথত গৈ থাকিল। আমি তাইৰ পাচে পাচে ওখ ঘাঁহ গছবোৰৰ মাজত থকা এটা হাফলুত ছটা পোৱালী তাইৰ অপেক্ষাত বৈ থকা দেখা পালোঁ।

আমি গাড়ী লৈ আগলৈ গৈ থাকিলোঁ। হাড় চোবাই থকা ঘোং এটা আমাক দেখি চক্ খাই উঠিল। এলচাই গাড়ীৰ পৰা নামি তাক খেদি গ'ল। ঘোংটোৱে কোনোমতে মুখত হাড়ডাল লৈ জপিয়াই জপিয়াই দৌৰিবলৈ ধৰিলে। তাই পলাব পাৰিলে, পিচে হাড়ডাল মুখৰ পৰা সৰি পৰিল। পাচত আমি হৰিনাৰ বেলেগ বেলেগ পালবোৰ পাৰ হৈ গৈছিল। সিহঁতে ওপৰত সিংহ এটা লৈ যোৱা লেগুৰ'ভাৰখন দেখি মুৰ দাঙি সন্দিগ্ধ হৈ চাইছিল। আমাক গাড়ীৰ ভিতৰতে নিমাতে থাকি কেইগছমান ওচৰলৈকে সিহঁতৰ একেবাৰে কায চাপি যাবলৈ দিছিল। এলচাই সতৰ্ক হৈ চাই আছিল। কিন্তু গাড়ীৰ পৰা নামি যাবলৈ চেষ্টা কৰা নাছিল। তাইৰ ফালে পাচ দি একানপতীয়া হৈ ঘাঁহ খাই থকা জন্তু দেখিলেহে বা যুঁজি থকা দেখিলে তাই মনে মনে নামি মাটিত পেট পেলাই চুঁচৰি চুঁচৰি, পাৰিলে আঁৰ হৈ তাইৰ চিকাৰৰ ফালে চোঁচা লৈছিল কিন্তু জন্তুটোৱে তাই অহা গম পালেই থৰ হৈ দিয়ে; নহলে সিফালে পৰাক্ৰম বেছি যেন দেখিলে তাই একো নকৰাৰ ভাও ধৰে। ভৰি কেইটা চেলেকি মাটিত বাগৰি জন্তুটোক অভয় দিয়ে। তাৰ পাচত উঠি গৈ আকৌ চোপ লয়। তাই যিমানেই টেঙৰ নহওক, নতুন চিকাৰটোৰ ওচৰলৈ গৈ মাৰিব নোৱাৰিছিল।

টিকিবা টিকিবা এবিধ পছু, ধমচন্‌গেজেল বোবে তাইক জোকাইছিল। সিহঁতে হাবিব নিয়মমতে ডাঙৰ জন্তুৰে আহাৰৰ বাদে আন কাৰণত সৰু জন্তুক আক্ৰমণ নকৰে বুলি নিশ্চিত আছিল। সিহঁত বৰ উৎপতীয়া, অনুসন্ধিৎসু আৰু সদায় নিজৰ নেজডাল লৈয়ে ব্যস্ত। সিহঁতে জোকাই লৈ এল্‌চাক ফেৰপাতি ধৰি সিহঁতক খেদি যোৱাটো বিচাৰিলে। এল্‌চাই কিন্তু বৰ বিৰক্তি বোধ কৰিলে আৰু সিহঁতক উপেক্ষা কৰি মৰ্যাদা সহকাৰে গাম্ভীৰ্য্য দেখুৱাই সিহঁতক শিক্ষা এটা দিলে।

ম'হ আৰু গঁড়বিলাকৰ কথা বেলেগ আছিল। সিহঁতক খেদিব লাগিছিল। এদিন আমি গাড়ীৰ পৰা ম'হ এটা সমতলেদি গৈ থকা দেখা পালোঁ। গাড়ীৰ ওপৰত সিংহটো দেখি তাৰ ঔৎসুক্য বাঢ়ি গ'ল। এল্‌চাই তৎক্ষণাত মাটি লৈ জাপ মাৰি দিলে। জোপোহাৰ আঁৰ লৈ তাৰ পাচে পাচে চোঁচা ললে। ম'হটোৰেও সেই একে পন্থা লৈছিল। তাই সেই জেপোহাটোৰ অ'াৰ লৈ বিপৰীত কালে চোঁচা লৈছিল। আমি সিহঁত লৈ চাই অপেক্ষা কৰি ৰৈ আছিলো। আহি আহি দুয়োটা খুন্দা লাগো লাগো হৈছিল। ম'হটো প্ৰথমে জাপ মাৰি আঁতৰি গ'লত এল্‌চাই সাহসেৰে খেদি গ'ল।

আন এবাৰ গাড়ীৰ ওপৰৰ পৰা তাই দুটা ম'হক জোপোহাত শুই থকা দেখি জাপ মাৰি খেদি গ'ল। হেম্বেলনি, ধপধপি, মৰামৰি, বগৰা-বগৰিত হুলস্থুলৰ সৃষ্টি হ'ল। তেনেতে ম'হকেইটাই জোপোহাৰ মাজৰ পৰা ওলাই আনকালে দৌৰি গুচি গ'ল।

গঁড়বোৰেও তাইৰ দৃষ্টি আকৰ্ষণ কৰিছিল। এদিন জোপোহাৰ মাজত মূৰটো সুমুৱাই গঁড় এটা শুই থকা দেখা পালে। এল্‌চাই বৰ সাৱধানেৰে তালৈ চোঁচা ললে। গঁড়টোৰ গাত নাক ঘহাঁবলৈহে বাকী আছিল। গঁড়টোৱে হঠাৎ সাৰ পাই নাকৰ শব্দ কৰি নিজকে এবাৰ প্ৰদক্ষিণ কৰি লৈ ওচৰতে থকা পিতনিত পৰিলগৈ। তাৰপৰা পানী মাৰি এলচাক তিয়াই পেলালে। তাইও পানী সিচি সিচি তাক খেদি গ'ল। পানী মাৰি মাৰি আঁতৰি যোৱাত আমি সিহঁতক নেদেখা

হলোঁ। বহুত বেলিৰ মূৰত এলচা উভতি আহিল। তাই তিতি বুৰি আহিছিল যদিও বেছ গৰ্বিত যেন দেখা গৈছিল।

গছত উঠি তাই খুব ভাল পাইছিল। কেতিয়াবা আমি তাইক মিছাকৈয়ে ঘাঁহবোৰৰ মাজত বিচাৰি ফুৰোঁ, তাই গছৰ একেবাৰে ওপৰৰ ডালত উঠি ওলমি থাকে। বহুতবাৰ তাই নামি আহোতে বেছ অসুবিধাত পৰিছিল। এবাৰ নানা ধৰণে চেষ্টা কৰিও নামিব নোৱাৰাত তাই উঠি থকা ডালটো প্ৰায় ভাঙি যোৱাকৈ তললৈ দোঁ খুৱাই দিলে। আমি পাতবোৰৰ মাজেৰে তাইৰ নেজডাল আৰু পাচঠেং দুটা দেখিবলৈ পালোঁ। অলপ পৰৰ পাচতে তাই বিশফুট ওপৰৰ পৰা জাপমাৰি তলৰ ঘাঁহনিত পৰিল। সকলোৰে আগত তাইৰ আত্মসম্মান লাঘৱ হোৱাত তাই অস্বস্তি বোধ কৰিলে। ইটো সিটো কৰি তাই আমাক হঁহুৱাই ভাল পায় কিন্তু তাইক লৈ ৰগৰ কৰিলে সহ্য কৰিব নোৱাৰে। তাই আমাৰ ওচৰৰ পৰা তৎক্ষণাত গুচি গ'ল। আমি তাইক তাইৰ আত্মসম্মান-বোধটো ঘূৰাই আনিবলৈ সময় দিলোঁ। পাচত তাইক বিচাৰিবলৈ গৈ ছটা ঘোঙৰ লগত দৰবাৰ পাতি বহি থকা পালোঁ। এই সাংঘাটিক জন্তুকেইটাই তাইক মাজত লৈ চাৰিওকালে ঘেৰি বহি আছিল। এলচাৰ কাৰণে মই বৰ নাৰ্ভাচ হৈ পৰিলোঁ। গছৰ পৰা তেনেকৈ নামিব লগা হোৱা ঘটনাটো লাঘৱ কৰিবলৈ এইবাৰ আমাক তাই তাইক বিৰক্ত কৰা জন্তুকেইটাতকৈ শ্ৰেষ্ঠ বুলি দেখুৱালে। তাই হাত-ভৰি মেলি হামিয়ালে আৰু ঘোংকেইটাক উপেক্ষা কৰি আমাৰ ওচৰলৈ খোজ চলাই গুচি আহিল। ঘোংকেইটাইও পাচলৈ ঘূৰি চাই এলচাৰ আচৰিত বন্ধুকেইটা দেখি সন্তুৰ বিচুৰ্ত্তি খালে আৰু আঁতৰি গল।

এদিন ওপৰত ঘূৰি থকা শগুণকেইটাৰ পাচে পাচে গৈ সিংহ এটাক মৰা জেব্ৰা এটাৰ মাংস কামুৰি থকা দেখা পালোঁ। সি আমাৰ প্ৰতি লক্ষ্যই কৰা নাছিল। এলচাই সাৱধানেৰে গাড়ীৰ ওপৰৰ পৰা নামি আহি তাক মাও মাও কৈ মাতি একো সঁহাৰি নেপালে যদিও

তাৰফালে আগবাঢ়ি গ'ল। অৱশেষত সিংহটোৱে মুখ তুলি এল্‌চালৈ পোনে পোনে, চালে সি যেন ক'লে, সিংহৰ ভদ্ৰতা নেজানা নেকি? ছোৱালী, তোমাৰ বৰ সাহস, প্ৰভুৱে মাংস খাই থাকোতে বাধা জন্মাইছা? মোৰবাবে মাৰিবলৈ অনুমতি দিয়া হয় কিন্তু পাচত সৰহখিনি মই নোখোৱালৈকে তুমি অপেক্ষা কৰিব লাগিব। বাকী থকাখিনি তুমি খাই শেষ কৰিব পাৰা।" দেখাদেখি কৈ বেচেৰি এল্‌চাই এই মনোভাব ভাল নেপালে, যিমান খৰকৈ পাৰে গাড়ীলৈ উভতি আহিল। প্ৰভুৱে খাই থাকিল। আমি বহুত পৰ তাক চাই থাকিলোঁ আৰু এল্‌চাই তাইৰ সাহস ঘূৰাই আনিব বুলি আশা কৰিলো। কিন্তু তাইক নিৰাপদ ঠাইৰ পৰা নামি যাবলৈ একোৱে বলাব নোৱাৰিলে।

পিচদিনা পুৱা আমাৰ কপাল ভাল আছিল। আমি এটা উই হাফলুৰ ওচৰত পুলিচৰ চেট্ৰিবদৰে পোন হৈ থিয় দি একালে মনদি চাই থকা হৰিণা এটা দেখিলোঁ। তাৰ দৃষ্টি অনুসৰণ কৰি ওখ ওখ ঘাঁহবোৰৰ মাজত এটা ডেকা সিংহই ৰ'দত বিশ্ৰাম লৈ থকা দেখা পালোঁ। সিংহটো বৰ প্ৰকাণ্ড আছিল, তাৰ ধুনীয়া সোণোৱালী কেশৰ। এল্‌চাক তাৰ প্ৰতি আকৃষ্ট হোৱা যেন লাগিল। আমি তাৰ ত্ৰিশগজ ওচৰলৈকে গ'লোঁ। সিংহটোৱে তাৰ হৰ লগা কইনাজনী গাড়ীৰ ওপৰত উঠি থকা দেখি অলপ আচৰিত হ'ল যদিও বন্ধু ভাবেৰে সঁহাৰি দিলে। এল্‌চাই লাজত কব নোৱাৰা হৈ সকৈ মাও মাও কৰিলে কিন্তু গাড়ীৰ ওপৰৰ পৰা নামি নাহিল। সেইবাবে আমি দূৰলৈ গাড়ী লৈ আনি তাইক নামি যাবলৈ মান্তি কৰালোঁ আৰু তেতিয়া আমি অতৰ্কিতে তাইক তাতে এৰি সিংহটোৰ বিপৰীত ফালে বলোঁগৈ। তাৰ মানে আমাৰ ওচৰলৈ যাবলৈ হলে তাই সিংহটোৰ কাষেৰে পাৰহৈ যাব লগা হৈছিল। সঙ্কোচ কৰি বহুতো কষ্টেৰে তাই সিংহটোৰ ফালে খোজ দিলে। তাৰ পৰা দহ খোজ আঁতৰত কাণ থিয় কৰি নেজ লৰাই তাই বহি দিলে। সিংহটো তাইৰ ফালে আগবাঢ়ি আহিল সন্তৰ বহু ভাবেৰে, কিন্তু শেষ মুহূৰ্তত

এল্‌চাই ভয় খাই গাড়ীলৈ গুচি আহিল। আমি তাইক লৈ আঁতৰি আহিলোঁ। আৰু আচৰিত ধৰণে আকৌ মৰা জন্তু খাই থকা দুটা সিংহ আৰু এজনী সিংহৰ দলটো লগ পালোঁ। এইটো সৌভাগ্যৰ কথা আছিল। সিহঁতে বোধহয় জন্তুটো অলপতে মাৰিছিল। সেইবাবে আটাইকেইটাই বৰ মনোযোগ দি মাংস খাই থকাত এল্‌চাই মাতিছিল যদিও তাইৰ প্ৰতি মনোনিবেশ কৰা নাছিল। অৱশেষত সিহঁতে জন্তুটো খাবলৈ এৰি গুচি গ'ল। সিহঁতৰ পেটবোৰ দুয়োকালে ওলমি পৰিল। এল্‌চাই বাকী থকা মাংসখিনি বিলম্ব নকৰি পৰীক্ষা কৰিলে। মৰা জন্তু তাই এয়ে প্ৰথম স্পৰ্শ কৰিছিল। ইয়াতকৈ আৰু ভাল সুযোগ নোলালহেঁতেন। সিংহই বধ কৰা, সিংহৰ গোন্ধ থকা এই আহাৰ। এল্‌চাই খাই উঠিলত আমি বাকী থকা জন্তুটো আমাৰ বন্ধু ভাবাপন্ন ধুনীয়া সিংহটোৰ ওচৰলৈ লৈ আনিলোঁ। আমি ভাবিছিলোঁ এল্‌চাই তাক খাবলৈ দিলে হয়তো এল্‌চাৰ প্ৰতি সি ভালভাব পোষণ কৰিব। আমি মাংসখিনিৰ সৈতে এল্‌চাক তাৰ ওচৰত থৈ গুচি আহিলোঁ, কেইঘণ্টা মানৰ পাচত প্ৰতিক্ৰিয়া কি হ'ল আমি চাবলৈ গ'লোঁ, পিচে কেম্পৰ ফালে আহি থকা অৱস্থাত এল্‌চাক বাটতে পালোঁ। সিংহটো তাইৰ প্ৰতি আকৃষ্ট হোৱা যেন দেখি আমি পাচবেলা এল্‌চাক আকৌ তাৰ ওচৰলৈ লৈ গ'লোঁ। তেতিয়াও সি তাতে বৈ আছিল। এল্‌চাই গাড়ীৰ ওপৰৰ পৰাই তাক মাত লগালে। সি যেন তাইৰ বহুদিনীয়া পুৰণি বন্ধুহে, কিন্তু নামি যোৱাৰ কোনো লক্ষণ দেখা নগ'ল।

তাইক নামিবলৈ উৎসাহ দিবলৈকে আমি জোপোহা এটাৰ আঁৰ লৈ গাড়ীখন লৈ গ'লোঁ আৰু নামি পৰিলোঁ। ঠিক সেই সময়তে থোং এটা আমাৰ কাষেদি জোপোহাটোৰ মাজৰ পৰা ওলাই দৌৰ মাৰিলে। জোপোহাটোত এটা নতুনকৈ মৰা পোৱালী জেব্ৰা দেখা পালোঁ। ধুনীয়া সিংহটোৱেই নিশ্চয় মাৰিছিল। এল্‌চাৰ তেতিয়া খোৱাৰ সময় আছিল। তাই কালৈকো কাণষাৰ নকৰি গাড়ীৰ পৰা নামি খোৱাত লাগিল। এই সুযোগতে আমি জোৰেৰে গাড়ী চলাই

বাতিৰ অভিজ্ঞতাৰ বাবে এল্‌চাক তাতে এৰি আহিলোঁ। পুৱতি নিশাতে আমি আকৌ তাইৰ খবৰ লবলৈ গ'লোঁ, ভাবিছিলোঁ সিহঁতক জোৰ বান্ধি থকা দেখা পাম। পিচে তাত এল্‌চাক অকলশৰে বৈ থকা পালোঁ, সিংহও নাই, মৰা জন্তুটোও নাই। তাই আমাক দেখি আনন্দত আত্মহাৰা হৈ আমাৰ মৰম বিচাৰি আমাৰ লগতে থাকিবলৈ বিহ্বল হৈ পৰি মোৰ আঙুলি চেলেকিব ধৰিলে। তাইৰ মনত দুখ দিয়াৰ বাবে আৰু তাইৰ মঙ্গলৰ বাবেই যে আমি এইদৰে কৰিব-লগীয়া হৈছে তাকে তাইক বুজাব নোৱাৰি মোৰ মনত বৰ দুখ লাগিল। তাই ক্ষান্ত হ'লত আৰু আমাৰ ওপৰত আসক্ত হৈ শুই পৰিলত আমাৰ প্ৰতি থকা তাইৰ বিশ্বাস ভঙ্গ কৰি বৰ দুখেৰে আমি মনে মনে আঁতৰি আহিলোঁ।

তেতিয়ালৈকে আমি তাইক ডোখৰ ডোখৰকৈ কটা মাংস খাবলৈ দিছিলোঁ যাতে তাইক আহাৰ যোগোৱা জন্তুটোৰ লগত তাই কোনো সামঞ্জস্য নেদেখে। আমাৰ মত সলনি কৰিবৰ হ'ল। সেইবাবে তাই দুপৰীয়া শুই থাকোতেই আমি ষাঠি মাইল অন্তৰলৈ গৈ হৰিণা এটা তাইৰ বাবে মাৰি আ'নছিলোঁ। কেম্পৰ ওচৰত চিকাৰ কৰা নিষিদ্ধ আছিল। হৰিণা আনি তাইক দি অৱশ্যে আমাৰ চিন্তা হৈছিল। কেনেকৈনো জন্তুৰ পৰা মঙহ চিঙি খাব লাগে তাক শিকাবলৈ তাইৰ মাক জীৱিত নাই, তাই জানো জানিব। অৱশ্যে স্বাভাৱিক বুদ্ধিৰে তাই কি কৰিব লাগে জানিছিল। পাচ ফালৰ ভৰি দুটাৰ ভিতৰ ফালৰ কোমল চালৰ ওপৰতে কামোৰ মাৰিছিল। আৰু নাড়ীবোৰ একৰাই খাই লৈছিল। পেটৰ ভিতৰৰ বস্তুবোৰ আৰু বৈ থকা তেজবোৰ পুতি পেলালে, সচৰাচৰ সিংহই কৰা দৰে। তাৰ পাচত হাড়ৰ পৰা মাংসবোৰ চিঙি খাবলৈ ধৰিলে আৰু তাইৰ খহতা জিভাখনেৰে পিহি গিলি দিলে।

তাই এই কাম কৰিব পৰা হ'লত আমি তাইক নিজৰ চিকাৰ ধৰিবলৈ এৰি দিয়াৰ সময় হ'ল বুলি জানিলোঁ। ঠায়ে ঠায়ে জোপোহা গছবোৰ থকা বাবে গোটেই সমভূমিখনত যেই কোনো জন্তু লুকাই

থাকিব পৰা উপযুক্ত ঠাই আছিল। চিকাৰ ধৰিবলৈ হলে সিংহ এটাই জোপোহাৰ তলত লুকাই থাকি অপেক্ষা কৰিব লাগে আৰু পশু এটা পাৰ হৈ গলেই জাপ মাৰি ধৰি মাৰিব লাগে।

এতিয়া আমি এল্‌চাক দুই তিনি দিন ধৰি অকলে এৰি থবলৈ ধৰিলোঁ। ভাবিছিলোঁ ভোকত থাকিব নোৱাৰি তাই জন্তু মাৰিবলৈ ধৰিব। কিন্তু আমি উভতি গৈ তাইক ভোকত আমালৈ অপেক্ষা কৰি থকা দেখোঁ। তাই আমাৰ আশ্রয় এৰিব বিচৰা নাছিল, আমাৰ মৰমতে থাকিব বিচাৰিছিল। সেইবাবে আমাৰ আঁচনি কাৰ্য্যকৰী কৰিবলৈ গৈ মৰ্মান্তিক বেজাৰত আমাৰ অন্তৰ ভাঙ্গি পৰিছিল। মোৰ আঙুলি চুপি আমাৰ গাত তাইৰ হাঁতোৰাবে ধৰি থাকি তাই তাইৰ অন্তৰৰ অভিলাস ব্যক্ত কৰিছিল। তথাপিও তাইৰ ভালৰ কাৰণেই আমি চেষ্টা কৰি যোৱাটো উচিত বুলি বিবেচনা কৰিলোঁ।

আমি গম পালোঁ এল্‌চাক বনত এৰি দিবলৈ আমাক আৰু বহুত দিন লাগিব। সেইবাবে চৰকাৰলৈ লিখি আমি এইখন দেশতে দীঘলীয়া চুটিৰ দিনকেইটা থাকিবলৈ অনুমতিৰ বাবে আবেদন কৰিলোঁ। তেওঁলোকেও বৰ দয়া কৰি মান্তি হ'ল। অনুমতি পোৱাৰ পাচত আমি নিচিন্ত হলোঁ, কিয়নো আমাৰ আঁচনি কাৰ্য্যকৰী কৰিবলৈ যথেষ্ট সময় পালোঁ।

তাইক বাহিৰত এৰি অহাৰ দিন ক্রমে বঢ়াই দিলোঁ। আমাৰ তম্বুৰ চাৰিওফালৰ কাঁইটীয়া বেৰখন বেছ মজবুট কৰিলোঁ যাতে কোনো সিংহ সোমাই আহিব নোৱাৰে। বিশেষকৈ এল্‌চাৰ বাবেই কৰা হৈছিল যাতে ভোক লাগিলে তাই সোমাই আহিব নোৱাৰে।

এদিন ৰাতিপুৱা তাই আমাৰ লগত থাকোতেই শান্ত ধীৰ স্বভাৱৰ সিংহ এটা দেখিলোঁ, সি বেছ খুচি মনেৰে থকা যেন লাগিল। তাই গাড়ীৰ পৰা নামি পৰিলত আমি বুদ্ধি কৰি আঁতৰি আহিলোঁ। সেই দিনা সন্ধিয়া কাঁইটীয়া বেৰৰ মাজৰ আমাৰ তম্বুটোত বহি থাকোঁতে এল্‌চাক "মিয়াঁও" কৈ মতা শুনিলোঁ। তাইক আমি বাধা দিয়াৰ আগতেই কাঁইটৰ মাজেৰে পাৰ হৈ তাই আমাৰ ওচৰত বহিলহি।

তাইৰ গাৰ আঁচৰবোৰৰ পৰা তেজ ওলাইছিল। আঠ মাইল বাট তাই খোজ কাঢ়ি আহিল। নিশ্চয় সিংহটোৰ সঙ্গতকৈ তাইৰ আমাৰ লগ কাম্য আছিল।

পাচৰবাৰ আমি তাইক আৰু বহুত দূৰলৈ লৈ গ'লোঁ। বাটত দুটা মতা ম'হে যুদ্ধ কৰি থকা দেখিলো। এটাৰ ওজন ১,০০০ পাউণ্ড হব। একাণপতীয়াকৈ সিহঁতৰ ভিতৰতে যুঁজি থকাৰ বাবে প্ৰথমে সিহঁতে তাইক মন কৰা নাছিল। সিহঁতক দেখা মাত্ৰকে এল্‌চাই গাড়ীৰ পৰা নামি চোঁচা লৈছিল। পিচে সিহঁতে তাইক দেখি এনেকুৱা গোৰ দাঙিলে যে এল্‌চা কোনোমতে সাধাৰণ, কাজিয়া কৰিবলৈ এৰি সিহঁত পলাল, এল্‌চাই অলপ দূৰ পাচে পাচে খেদি গ'ল। ঘূৰি আহিলত তাইক বেচ গৰ্বিতা যেন লাগিল।

অলপ দূৰ গৈয়ে আমি মুকলিত ঘাঁহত বহি থকা দুটা ডেকা সিংহ দেখিলোঁ। সিহঁতক এল্‌চাৰ বাবে উপযুক্ত সঙ্গী হব যেন লাগিল। তাই পিচে আমাৰ চালাকি বুদ্ধি পাই সন্দেহ কৰা হ'ল, গতিকে গাড়ীৰ পৰা নামি নগ'ল। তাইক নমাব নোৱাৰি আমি আগবাঢ়ি গৈ থাকিলোঁ। অলপ দূৰতে যুঁজি থকা দুটা থম্‌চন্ হৰিণা দেখি এল্‌চা জাপ মাৰি নামি দিলত আমি তাইক এৰি তৎক্ষণাত গুচি আহিলোঁ। উদ্দেশ্য আছিল বন্য জীৱনৰ বিষয়ে তাইৰ আৰু শিক্ষা হওক।

প্ৰায় এসপ্তাহৰ মূৰত আমি তাইৰ ওচৰলৈ গ'লোঁ। তাই আমালৈ অপেক্ষা কৰি আছিল আৰু বৰ ভোকাতুৰ হৈ পৰিছিল। আমি তাইক বাৰে বাৰে প্ৰতাৰণা কৰা স্বত্বেও, আমাৰ প্ৰতি তাইৰ আস্থা, বিশ্বাস ভঙ্গ কৰাতো তাই আমাক বিশ্বাস কৰি প্ৰভুভক্ত হৈয়ে আছিল। আমি তাইৰ বাবে অনা মাংস আগত দিলত তাই লগে লগে খাবলৈ আৰম্ভ কৰিলে। হঠাতে আমি ওচৰতে সিংহৰ গোঁজৰনি শুনিবলৈ পালোঁ। আৰু অলপ পাচতে দুটা সিংহ আমাৰ কালে কোবত অহা দেখিলোঁ। সিহঁতে নিশ্চয় চিকাৰ বিচাৰি ফুৰিছিল আৰু মাংসৰ গোন্ধ পাই থৰকৈ ওচৰ চাপি আহিল। এল্‌চাই পৰিস্থিতিটো চম্ভালি আমাক সিহঁতৰ আঁৰ কৰিবলৈ তাইৰ বহুমূলীয়া আহাৰ এৰি তৎক্ষণাত আঁতৰি

আহিল। তেতিয়া শিয়াল এটা আহি ওলাল। অন্তপৰে বোধহয় ঘাঁহৰ আগত লুকাই আছিল। সি সময় নষ্ট কৰি তাৰ সুযোগ এৰি নিদিলে। বেছি সময় সুবিধা নেপাব বুলি জানি কামোৰৰ পাচত কামোৰ মাৰি মাংস খাবলৈ ধৰিলে। এটা সিংহই তেনেতে তাক খেদি আহিল আৰু গোঁজৰিবলৈ ধৰিলে। শিয়ালটোৱে কিন্তু নেৰিলে, সি মাংস টুকুৰা ধৰি যিমান পাৰে কামুৰি কামুৰি খাই থাকিব ধৰিলে সিংহটো তাৰ ওপৰত উঠিবলৈ আহিল, তথাপিও তাৰ কি অদম্য সাহস, সি মাংস টুকুৰা টানি নিবলৈ ধৰিলে। এল্চাই এই দৃশ্য দূৰৈৰ পৰা চাই আছিল। ইমানে দিনৰ মূৰত পোৱা তাইৰ প্ৰথম আহাৰ আনে লৈ গৈছিল। এই পৰিস্থিতিত সিংহ দুটাৰ এটাইও যে মাংসৰ বাহিৰে আন কোনো কালে মন নকৰিলে, এল্চাও উপেক্ষিতা হৈ ৰ'ল। তাইৰ মনৰ এই হতাশ ভাব আঁতৰ কৰিবলৈ আমি তাইক ঘৰলৈ লৈ আহিলোঁ।

কেম্পত আমাৰ ওচৰলৈ কিছুমান মানুহে দেখা কৰিবলৈ আহিছিল। এদিন পুৱা ভাগত ৰোমানকেথলিক মিচনেৰি আৰু কেনিয়াৰ এজন বিশিষ্ট ব্যক্তি তেওঁৰ সক ল'ৰাটো লৈ লেণ্ডৰ'ভাৰ এখনত ওলালহি। তেওঁলোকে জন্তু চাবলৈ আহিছিল। জৰ্জে তেওঁলোকক ভিতৰলৈ মাতি আনিলে আৰু আমাৰ এটা পোহনীয়া সিংহ থকাৰ কথা কবলৈ লওঁতেই গাড়ীৰ শব্দ শুনি এল্চা উৎসুক হৈ বন্ধু ভাবেৰে ওলাই আহিল। স্বাভাৱিক শিষ্টাচাৰেৰে তাই অভ্যাগতসকলক সম্বৰ্ধনা জনাবলৈ আগবাঢ়ি গ'ল। তেওঁলোকে অলপ ভয় খালে, বিশেষকৈ মিছনেৰি কাভাৰজনে, কিন্তু তেওঁলোকে বেছি হুলস্থুল নকৰিলে। এল্চাই নিজৰ কৰ্তব্য কৰি মেজৰ কাষত বহি টোপনি গ'ল।

তাৰ পাচত চুইজাৰলেণ্ডৰ দম্পত্তি এহাল আমাৰ সিংহ পোৱালী এটা আছে বুলি চাবলৈ আহিল। তেওঁলোকে ভাবিছিল কোলাত লব পৰা সৰু পোৱালী চাগৈ। তাৰ পৰিবৰ্তে ৩০০ পাউণ্ডৰো ওপৰ ওজনৰ লেণ্ডৰ'ভাৰৰ ওপৰত উঠি থকা এল্চাক দেখি তেওঁলোক থমকি ৰ'ল। তেওঁলোকক বহুত সময় ধৰি বুজাইহে গাড়ীৰ পৰা নামি আমাক

লগত দুপৰীয়াৰ আহাৰ খাবলৈ মৈয়ান্ন কৰাব পাৰিলোঁ। এলচাই বৰ নম্ৰ হৈ অচিনাকি দম্পত্তিহালক আদৰণি জনালে। কেৱল এবাৰহে তাই নেজ মাৰি মেজৰ ওপৰৰ বস্তুবোৰ পেলাই দিছিল। তাৰ পাচত এলচাক লৈ ভেওঁলোকৰ হেপাহ নপলাল। তাইৰ লগত সকলো কোণৰ পৰা ফটো তুলিলে।

কেম্পত থকা আমাৰ চাৰি সপ্তাহ হ'লহি, অৱশ্যে এলচাই সপ্তাহবোৰৰ বেছি দিন জোপোহাৰ মাজতে কটাইছিল। তাই নিজৰ আহাৰৰ বাবে তেতিয়ালৈকে জন্তু হত্যা কৰা নাছিল। বৰষুণ আৰম্ভ হ'লত প্ৰত্যেক দিনে পাচবেলা প্ৰায়ে দোপালপিতা বৰষুণ দিছিল। ইচিঅমুতকৈ ইয়াৰ বতৰ আৰু পৰিবেশৰ অৱস্থা বেলেগ আছিল। ইয়াত ঠাণ্ডা বেছি, আনপিনে ইচিঅমুত মাটি বালিয়াবাবে কেই ঘণ্টা-মানতে মাটি শুকাই যায়। ইয়াৰ মাটি পলসুৱা ক'লা হোৱা বাবে বৰষুণ দিলে বোকা হৈ পৰে আৰু কঁকাললৈকে ওখ ঘাঁহ থকা বাবে শুকাওঁতে কেইবা সপ্তাহো লাগে। ঘৰত থাকোতে এলচাই বৰষুণৰ বতৰত বেছ স্ফুৰ্তি কৰিছিল কিন্তু ইয়াত মনমাৰি বহি থাকিছিল। তাইৰ মনটো ভাল লগা নাছিল।

এদিন ৰাতি অবিৰাম গতিত ধাৰাসাৰে বৰষুণ দিছিল, বৰষুণৰ মাত্ৰা কমেও পাঁচ ইঞ্চি আছিল। চাৰিওকালে পানীৰে উপচি পৰিছিল। ৰাতিপুৱা আমি ওলাই যাওঁতে ভৰিৰ গাঁঠিলৈকে বোকাত পোত গৈছিলোঁ। আমি এলচাক মাজবাটতে পালোঁ। তাই কেম্পলৈ আহি আছিল। তাইক বৰ বেজাৰ মনেৰে থকা যেন লাগিল। আমাৰ লগত থাকিবলৈ তাই বৰকৈ ইচ্ছা কৰাত আমি তাইক লৈ আহিলোঁ। সেই দিনা সন্ধিয়া আমাৰ কেম্পৰ কাষতে দৌৰাদৌৰিৰ শব্দ শুনিলোঁ, পাচতে নিৰৱতা। বাহিৰত কি কাণ্ড ঘটিছিল? তাৰ পাচত যোগুৰ খেক্‌খেকনি শিয়ালৰ কাণতাল মৰা চিঞৰ সকলোকে নিস্তব্ধ কৰি তিনিটা সিংহই গোজৰি উঠিছিল। সিংহকেইটাই আমাৰ কেম্পৰ ওচৰতে জন্তু এটা মাৰিছিল বুলি জানিব পাৰিলোঁ। এলচাৰ বাবে এয়ে সুযোগ। কিন্তু এই বিভিন্ন শব্দবোৰ

তনি আমি ভাল পোৱা যেন দেখি তাই আমাৰ গাত মুখটো ঘঁহাই, জনাই দিলে এইসময়ত কাঁইটীয়া বেৰৰ মাজত আমাৰ কাষত থাকিবলৈ পাই বেছি সুখী।

কেইদিনমানৰ পাচত বৰষুণ কমিল। এলচাক বনৰ সিংহী কৰিবলৈ আমাৰ প্ৰচেষ্টা আৰম্ভ কৰিলোঁ। তাইক আকৌ এৰি আহিম বুলি তাইৰ সন্দেহ বেছি হোৱাত আমাৰ লগত যাবলৈ মাস্তি কৰাটো টান হৈ পৰিছিল।

অৱশেষত তাই আমাৰ লগত ওলাল। আমি দুজনী সিংহী লগ পালোঁ। সিহঁত গাড়ীখনৰ কালে আগবাঢ়ি আহিল কিন্তু এলচা সিহঁতৰ পৰা আঁতৰি দিলে। এই ঠাইত তাই সিংহৰ সংস্পৰ্শলৈ আহিবলৈ ভয় কৰা দেখি আমি তাইক সিহঁতৰ লগত মিলিবলৈ জোৰ নকৰিবলৈ ঠিক কৰি তাইৰ ঋতু হোৱালৈ বাট চালোঁ। তেতিয়া তাই মনেমিলা সঙ্গী বাচি লব পাৰিব।

ইতিমধ্যে আমি তাইক জন্তু মাৰি আহাৰ যোগাৰ কৰিবলৈ প্ৰশিক্ষণ দিবলৈ ঠিক কৰিলোঁ। তেতিয়া হলে তাই আহাৰৰ বাবে আমাৰ ওপৰত নিৰ্ভৰ কৰিব নেলাগিব। জন্তু মাৰিবলৈ সক্ষম হলে তাই ইচ্ছা কৰিলেই সিংহৰ উপযুক্ত পত্নী হব পাৰিব। সমভূমিখন তেতিয়াও পানীৰ তলত আছিল। ওখ শুকান ঠাইবোৰত জন্তুবোৰে আশ্ৰয় লৈছিল। শিল থকা সক টিলা এটা এল্‌চাই ভাল পাইছিল। এই ঠাই ডোখৰতে তাইৰ পৰীক্ষা লোৱাৰ বাবে প্ৰধানকৈ বাচিলোঁ। দুৰ্ভাগ্যক্ৰমে আমাৰ কেম্পৰ পৰা ঠাইডোখৰ কেৱল আঠ মাইল দূৰত আছিল। তাতকৈ বেছি নিলগত হোৱা হলে ভাল আছিল, পিচে বতৰৰ এই পৰিস্থিতিত সেইটো সম্ভৱ নাছিল। টিলাটোৰ ওপৰত এল্‌চাক এসপ্তাহলৈ আঁতৰাই থলোঁ। কিন্তু আমি উলটি আহি তাইক ইমান পুতৌলগা অৱস্থাত দেখি তাইক এই প্ৰশিক্ষণত ৰাখিবলৈ মোৰ অন্তৰ খুব কঠিন কৰিব লগা হ'ল। দুপৰীয়া গৰম সময়ত আমি তাইৰ ওচৰতে বহি থাকিলোঁ। তাই মোৰ কোলাত মূৰ থৈ টোপনি গ'ল। আমাৰ পাচফালে হঠাতে ভয় লগাকৈ শব্দ

কৰি গঁড় এটা ওলাল। আমি বিজুলী চমকৰ দৰে খপ্‌কৈ জাপ্‌ মাৰি উঠিলোঁ। মই গছৰ আঁৰলৈ দৌৰ মাৰোতে এল্‌চাই সাহসেৰে তাক আক্ৰমণ কৰি খেদি গ'ল। তাই নথকাৰ সময়ত বৰ অস্থাৰতাৰে আমি তাইক এৰি আহিলোঁ।

গধূলি সময়ত ৰঙবৰণ্টো বৰ গোমা হৈ আহিল। কিনকিনাই বৰষুণ দি থকা ক'লা মেঘৰ ওপৰত অস্তগামী সূৰ্য্যৰ বক্তিম শিখা পৰি অপৰূপ দৃশ্যৰ সমাবেশ হৈছিল। মাজে মাজে বামধেনুৰ সাতৰঙে ভুমুকি মাৰিছিল। এই ৰঙৰ সমাবেশ ক'লা মেঘে চাতি ধৰিলত আমাৰ চাৰিওকালে অন্ধকাৰ হৈ পৰিল। আকাশখন বিস্ফোৰিত হৈ চল নমালৈ সকলোৱে উৎকণ্ঠাৰে অপেক্ষা কৰি বৈছিল।

সীহৰ দৰে ডাঙৰ ডাঙৰ টোপাল কেইটামান প্ৰথমে মাটিত পৰিল, দুখন দৈত্যকায় হাতে আকাশখন যেন দুফাল কৰি ফালিহে দিলে। ইমান জোৰে ধাৰাসাৰে বৰষুণৰ চল নামি আহিল যে ক্ষন্তেকতে আমাৰ কেম্পটোৰ চাৰিওকালে পানীৰ সোঁত বৰলৈ ধৰিলে। কেইবা-ঘন্টা জুৰি পানীৰ চল আহিছিল। এই বৰফঠাণ্ডা ৰাতি বৰষুণত তিতি কষ্ট খাই কঁপি থকা এল্‌চালৈ মোৰ মনত পৰিল। বিজুলীৰ চমকনিয়ে মোক আৰু ভয় খুৱাইছিল। পাচদিনা ৰাতিপুৱাই আমি আঠ মাইল বাট নিলগত তাই থকা টিলাটোলৈ পানীভাঙি খোজ কাঢ়ি গলোঁ। আন দিনাৰ দৰেই তাই আমালৈ অপেক্ষা কৰি আছিল, আমাক দেখি তাই খুব স্ফুৰ্তি পালে। 'মিয়াও মিয়াঁউ' কৰি মুখেৰে শব্দ কৰি আমাৰ প্ৰত্যেকৰ ওচৰলৈ গৈ মুখ ঘঁহাই মৰম জনালে। তাই কান্দো কান্দো কৰিছিল, তাই বৰ দুখ পাইছিল, তাইৰ শিক্ষাত ব্যাঘাত হলেও, তাইক তেনে ৰতৰত ৰাহিৰত এৰি নাথাৰলৈ ঠিক কৰিলোঁ। তাৰ জলবায়ুত অত্যন্ত সেই অঞ্চলৰ সিংহবোৰৰ দৰে তাই তেনে জলবায়ুত সোনকালে খাপ খাব নোৱাৰিব কিয়নো প্ৰায় মৰুভূমিৰ দৰে শুকান অঞ্চলৰ পৰা তাই আহিছিল। আমাৰ লগত খোজ কাঢ়ি উভতি আহিবলৈ পাই তাই আনন্দ পালে। ৰাটত ইচিঞ্জনুত কৰাৰ দাবে তাই পানীৰ তোঙাবোৰত নামি পানী

মাৰিবলৈ ধৰিলে আৰু তাই যে কিমান সুখ পাইছে প্ৰকাশ কৰিলে।

পাঁচদিনা তাইৰ অসুখ হ'ল। খোজ কাঢ়োতে বৰ কষ্ট হৈছিল আৰু তাইৰ গ্ৰেণ্ডবোৰ ফুলিছিল। গাত জ্বৰ আছিল। জৰ্জৰ টম্বুটোৰ ওচৰতে থাঁহেৰে এখন বিচনা কৰি দিলোঁ। তাতে তাই কেঁকাই গেখাই অস্থিৰ হৈ মুখ লগাকৈ পৰি থাকিল। মই তাইক এম এণ্ড্ বি ( M & B ) ঔষধ খাবলৈ দিলোঁ কিয়নো একমাত্ৰ এইটো ঔষধেই কাম দিব বুলি ভাবিছিলোঁ। তাই মোক অনবৰতে তাইৰ ওচৰতে থকাটো বিচাৰিছিল, মইও অৱশ্যে তাইৰ ওচৰতেই আছিলোঁ। ৰবযুণ ভালদৰে দি থকাত এল্‌চাৰ তেজ পৰীক্ষা কৰিবলৈ শ্লাইড্ পঠাবলৈকে চাবি চকাৰ কোনো গাড়ী পানীৰ মাজেদি ওচৰৰ ঠাইলৈও যাব নোৱাৰা হ'ল। আমি মানুহ এজনকে তেজৰ শ্লাইড্ কিছুমান দি এশমাইল বাট দূৰলৈ পঠালোঁ। পৰীক্ষা কৰি উত্তৰ পঠালত গম পালোঁ, এল্‌চাৰ হাকুতা পেলু আৰু কিটা পেলু হৈছিল। আগতেও তাইৰ এই পেলুৰ অসুখ হৈছিল বাবে আমি তাৰ চিকিৎসা জানিছিলোঁ। কিন্তু পেলুৰ চিকিৎসাত তাইৰ উখহি যোৱা গ্ৰেণ্ডবোৰ বা গাৰ তাপ কমা নাছিল। আমাৰ বিশ্বাস হ'ল তাইক চিকৰাই কামোৰাত তাইৰ আন বেমাৰ হৈছে। সেইটো হলে প্ৰমাণ কৰে যে, এটা অঞ্চলৰ জন্তুবোৰ সেই অঞ্চলৰ জীৱাণুৰ প্ৰতি নিস্পৃহ হব পাৰে কিন্তু আন অঞ্চললৈ স্থানান্তৰিত কৰিলে তাৰ গাত সেই নিস্পৃহতা ( imunity ) নাথাকে। সেইবাবেই নেকি পুব আফ্ৰিকাত জন্তুবোৰ খোলমেলিকৈ সিচৰিত হৈ আছিল।

এল্‌চাৰ অসুখ বৰ বেছি হলত, তাই ভাল হল বুলি আশা কৰা নাছিলোঁ। এসপ্তাহৰ পাচত অৱশ্যে তাইৰ জ্বৰটো উঠানমা কৰিবলৈ ধৰিলে। প্ৰত্যেক দুই বা তিনি ঘণ্টাৰ মূৰত তাইৰ জ্বৰটো বাঢ়ি যায় আৰু পাচত আকৌ নামি আহে। তাইৰ ধুনীয়া সোণালী বৰণটো নোহোৱা হৈ গৈছিল। তাইৰ নোমবোৰ কপাহী সূতাৰ দৰে অনুজ্জ্বল হৈ পৰিল, পিঠিৰ কালে কিছু অংশৰ নোমবোৰ

কণা পৰি গ'ল। তাইৰ মুখৰ বৰণ ছাইৰ দৰে হৈ গ'ল। বাহিৰত অলপ ব'দ পৰা ঠাই তোখৰলৈ ওলাই যাবলৈও তাইৰ গাত শক্তি নাছিল। তাইৰ তোক ঠিকমতে থকাত অলপ আশা দেখিছিলোঁ। বেয়া বতৰত যানবাহন চলাৰ অসুবিধা স্বত্বেও আমি নাইৰোবিৰ ভেটিনেৰী লেবৰেটৰিৰ লগত নিয়ম মতে যোগাযোগ কৰিছিলোঁ। কিন্তু নমুনাবোৰত তেনে কোনো জীৱাণু নোপোৱা বাবে আমি তাইক আন্দাজতে চিকিৎসা কৰিবলগীয়া হ'ল। আমি তাইক হুকওৰ্ম আৰু ৰিকেট্‌চিয়াৰ বাবে ঔষধ দিলোঁ। চিকৰাৰ পৰা হোৱা বেমাৰ, তাইৰ অসুখৰ ইয়ো এটা কাৰণ হব পাৰে বুলি আমাক জনোৱা হৈছিল। তাইৰ অসুখৰ কাৰণ জানিবলৈ উখহি থকা. গ্ৰেণ্ডবোৰত হাইপডাৰমিক বেজি ভৰাই তেজ উলিওৱাটো সম্ভৱ নাছিল বাবে তাইক ষিমান পাৰি শান্তভাৱে শুৱাই থৈ তাই বিচৰা মৰমখিনি দিছিলোঁ। তাই বৰ নম্ৰভাৱে আমি কৰা আদৰ-যত্নৰ প্ৰতি সঁহাৰি জনাইছিল। তাইৰ কাষত মই মূৰটো থলেই তাই মোক তাইৰ হাতোৰাৰে সাৱটি ধৰিছিল।

অসুখৰ সময়ত আমাৰ লগত বৰ আন্তৰিকতাৰে থকাৰ বাবে এল্‌চা আমাৰ ওপৰত বেছি নিৰ্ভৰশীল হৈ পৰিল। আগতকৈও তাই ঘৰচীয়া হ'ল। দিনটোৰ বেছি ভাগ সময় তাই আমাৰ আৰু কাঁইটীয়া বেৰৰ মাজৰ বাটটোৰ মুখতে বহি কটাইছিল। সেই ঠাইৰ পৰা তাই কেম্পৰ ভিতৰত কি হৈছে দেখি আছিল আৰু বাহিৰৰ সমতললৈও চাই পঠিয়াব পাৰিছিল। 'আহাৰৰ সময়ত হাতত খোৱা বস্তু লৈ কাম কৰা ল'ৰাকেইটা তাইৰ ওপৰেদি পাৰ হৈ যোৱাটোকে বিচাৰিছিল, বাটৰ পৰা আঁতৰি নগৈছিল। সিহঁতেও হাঁহি হাঁহি প্ৰতিযোগিতাত যোগ দি তাইৰ ওপৰেদি মুখলৈকে ভৰা চুপৰ পাত্ৰ লৈ পাৰ হৈ গৈছিল। সিহঁত ওপৰেদি পাৰ হৈ যাওঁতে এল্‌চাই ধেমালিতে টিকাত থাপৰ লোধাইছিল।

তাই জৰ্জৰ লগত তম্বুত শুইছিল আৰু ইচ্ছামতে অহাযোৱা কৰিব পাৰিছিল। বহুত ৰাতিত তেওঁ তাইৰ সক সৰুকৈ ওলোৱা

সাতটো শুনি সাৰ পালে আৰু তাই তম্বুটোৰ পাচফালেদি ওলাই যাবলৈ চেষ্টা কৰা গম পালে। তেওঁ উঠি বহিল আৰু তম্বুটোৰ সোমোৱা বাটত এটা ছায়ামূৰ্তি দেখা পালে। এল্‌চা ইমান সোনকালে ঘূৰি ফুৰিব পৰা হোৱা নাই বুলি ভাবি তেওঁ টৰ্চ মাৰি দিলত এজনী বনৰীয়া সিংহ পোহৰত ওলাই পৰিল। তেওঁ চিঞৰি মাতিলে কিন্তু তাই গুচি গ'ল। তাই নিশ্চয় এল্‌চাৰ গোন্ধ পাইছিল। কেম্পৰ ভিতৰৰ পৰা সিংহৰ শব্দ শুনি তেওঁ উঠি গৈ চাবলৈ ধৰিলে।

এল্‌চাৰ অসুখ আৰম্ভ হোৱা পাঁচ সপ্তাহ হ'ল। তাইৰ অৱস্থাৰ অলপহে উন্নতি হৈছিল। সেই ঠাইৰ জলবায়ু তাইৰ বাবে পৰিপন্থী নাছিল। চিকৰা আদিৰ পৰা হোৱা আঞ্চলিক ব্যাধিৰ পৰাও তাই নিৰাপদ নাছিল। এইবোৰৰ বাহিৰেও তাই সেই ঠাইৰ সিংহবোৰতকৈ দেখাত বেলেগ আছিল। সিহঁতৰ ৰংটো তাইতকৈ গাঢ় আছিল, নাকটো দীঘল, কাণ দুখন ডাঙৰ, আকাৰত সিহঁত তাইতকৈ বহুত সৰু। সকলো ফালৰ পৰা চাবলৈ গলে তাই মৰুভূমিৰ প্ৰান্তৰৰ আছিল, উচ্চভূমিৰ জন্তু নাছিল। অভয়াৰণ্যত থকা বাবে জৰ্জে তাইৰ বাবে জন্তু এটা মাৰিবলৈ গাড়ীৰে বিশ মাইল বাট দূৰলৈ যাব লগা হৈছিল। চিকাৰ কৰিবলৈ তাইকো লগত নিব নোৱাৰিছিল। জীয়া জন্তু এটা মাৰি টানি অনাটো তাই স্বাভাৱিক অৱস্থাত মাকৰ পৰা শিকিলেহেঁতেন। সেইবাবে এই অঞ্চলত তিনিমাহ কেম্প কৰাৰ পাচত তাইৰ বাবে আমি ভাল ঠাই এখন বাচিবলৈ যত্ন কৰিব লাগিব।

উপযুক্ত জলবায়ু, সদায় পানী থকা আহাৰৰ বাবে যথেষ্ট জীৱজন্তু থকা, ওচৰত জনজাতীয় লোক নথকা বা চিকাৰীৰ দল ঘূৰি ফুৰা ; তাৰোপৰি গাড়ীৰে যাব পৰা ঠাই এখন বিচাৰি পোৱাটো সহজ কথা নাছিল। ঘটনাক্ৰমে আমি এনে এখন স্বৰ্গ বিচাৰি পালোঁ আৰু লগতে সিংহ এজনী এৰি দিবলৈ চৰকাৰৰ পৰা অনুমতি লাভ কৰিলোঁ। বৰষুণ বন্ধ হলেই আমি তাইক লৈ তালৈ যাবলৈ ঠিক কৰিলোঁ।

কেম্প উঠোৱা হ'ল, বস্তুবোৰ গাড়ীবোৰত বোজাই কৰিলে কেৱল

বাকী এলচো। তাইৰ এনেতে ঋতু হ'ল। সেই দিনটোহে তাই বাচি পালে। জোপোহাৰ মাজত সোমাই তাই লুকাই পৰিল। আঢ়ৈ মাহ আমি ইয়াৰ বাবেই অপেক্ষা কৰিছিলোঁ। কিন্তু এতিয়া আমি ভালকৈ জানিলো এই অঞ্চলত তাইক বনৰীয়া হৱলৈ এৰি দিব নোৱাৰি।

দিনটো তাই দেখা নিদিলে। আমি লেণ্ড'ৰোভাৰ লৈ, খোজ কাঢ়ি তাইক সকলোতে বিচাৰিব লাগিলোঁ। কিন্তু বিফল হলোঁ। শেষত তাইক বনৰীয়া সিংহই মাৰিলে বুলি আমি বৰ চিন্তাত পৰিলোঁ। গতিকে তাই অহালৈ অপেক্ষা কৰাৰ বাহিৰে আন একো কৰিব লগা নাছিল। দুদিন দুৰাতি তাই বাহিৰতে থাকিল। এবাৰ অলপ সময়ৰ বাবে আহি আমাৰ আঠুত মূৰ ঘঁহাই গলগৈ যদিও আকৌ কেইমিনিটমানৰ পাচতে আহি বেছিকৈ ঘঁহি মেলি দ্বিতীয় বাৰৰ বাবে গলগৈ। আকৌ তৎক্ষণাত ঘূৰি আহি আমাক যেন কলেহি, "মই বৰ সুখী, কিন্তু বুজিবলৈ চেষ্টা কৰা, মই যাবই লাগিব। তোমালোকে মোৰ বাবে যাতে চিন্তা নকৰা তাকে কবলৈ আহিলোঁ।" তাই আকৌ গলগৈ। শেষবাৰৰ বাবে তাই উলটি আহিলত দেখা গ'ল তাই পাত বৰ বেয়াকৈ আঁচোৰ খাই আহিছিল। হাতোৰাৰ আঘাতৰ পৰা কেইবা ঠাইতো তেজ ওলাইছিল। তাইৰ জখমবোৰ চাফা কৰি দৰৱ লগাওঁতে বৰ অধৈৰ্য্য হৈ পৰিছিল। বৰ ধৈৰ্য্য সহকাৰে তাইক পাচত ট্ৰাকত তুলিব পৰা হৈছিল।

এইদৰে আমাৰ প্ৰথম তিনিমাহৰ অভিজ্ঞতা শেষ হৈছিল। তাইৰ অসুখৰ বাবেই এইবাৰ আমি অকৃতকাৰ্য হৈছিলোঁ। তাইক কিছু সময় দিব পাৰিলে আৰু ধৈৰ্য্য থাকিলে আমি কৃতকাৰ্য্য হব পাৰিম বুলি আমাৰ বিশ্বাস হৈছিল।

## অষ্টম অধ্যায়

## দ্বিতীয় বাৰৰ মুকলিকৰণ

আমাৰ সন্মুখত চাৰিশ চল্লিশ মাইলৰ যাত্ৰাৰ পথ। কেন্ডিয়ানা একোটাইত যাত্ৰাৰ পথত নানা ধৰণৰ বিঘিনিয়ে দেখা দিয়ে। এইবাৰ যাত্ৰাটোও তেনে হ'ল। বাৰ মাইল যোৱাৰ পাচতে জৰ্জৰ গাড়ীৰ আগৰ চকাৰ বিয়েৰিং ভাঙিল। ওচৰৰ প্ৰশাসনীয় পট্টলৈ গৈ মই নতুন বিয়েৰিং এজোৰ কিনি পঠাই দিলোঁ। পিচে সেই পট্টটোও নকৈ মাইল দূৰৈত থকাত বাণ্ডিটো এলচাবে সৈতে মই তাতে থাকিব লগা হ'ল। বিয়েৰিং পালে যদিও তাত খাপ খোৱা বেঞ্চ্ গাড়ীত নাই। হাতুৰি আৰু বটালীৰ সহায়ত কোনোমতে লগাই মানে পধূলি হোৱাৰ পাচতহে আহি মোক ল'গ ধৰিলেহি। সেইদিনা বাণ্ডিও আমাৰ ছৰাৰ গাড়ীৰ চকা ফুটিছিল। আকৌ শেষত বাৰ মাইল থাকোতে মোৰ গাড়ীখনে বৰকৈ ঘেৰঘেৰাব ধৰাত আমি ৰৈ গলোঁ। আৰু বাণ্ডিটোৰ বিশ্ৰামৰ বাবে মুকলি আকাশৰ তলতে আমাৰ কেম্পবেড্‌বোৰ পাতিলোঁ। একেবাহে বাৰঘন্টা গাড়ী চলাই আমি একেবাৰে হায়ৰাণ হৈ পৰিছিলোঁ। এলচা এই গোটেই বাটটো বৰ শান্তভাৱে আহিছিল। তাই অকণো প্ৰতিবাদ কৰা দেখা নগৈছিল। আমাৰ ওচৰতে দীঘলদি পৰি তাই টোপনি গ'ল। পাচদিনা পুৱা আমি তাইক আকৌ গাড়ীত উঠাবলৈ সৈমান কৰাব কথা ভাবি চিন্তিত হলোঁ, কিয়নো তাই ইতিমধ্যে নিজৰা এটাৰ পাৰৰ ঘাঁহৰ মাজত আৰামত বহিলগৈ। সুঁতিটো পাৰ হবলৈ সহজ নহব যেন দেখি আমি প্ৰথমতে গাড়ীবোৰ পাৰ কৰি পাচত এলচাক নিয়াটোকে ঠিক কৰিলোঁ।

লেণ্ডৰ'ভাৰখন ঠিকে ঠিকেই পাৰ হৈ গ'ল। কিন্তু মোৰ গাড়ীখন লাগি ধৰাত ঠেলিহে পাৰ কৰিব পাৰিলোঁ। সুঁতিটো আকৌ খোজ কাঢ়ি পাৰ হৈ এলচাক উঠি আহিবলৈ সৈমান কৰিলোঁ। তাই

তৎক্ষণাত আহি মোৰ গাড়ীত জপিয়াই উঠিল। তাই যেন উপলব্ধি কৰিব পাৰিলে যাত্ৰাৰ শেষ হোৱা নাই, সেয়ে স্বইচ্ছাই সহযোগ আগবঢ়ালে। "মাউ মাউ" ( Mao Mao ) বিদ্ৰোহৰ সময়ত জৰ্জে কাটি উলিওৱা ভাঠ জোপোহাবোৰৰ মাজৰ বাটটোৰে আমি আগবাঢ়িছিলোঁ। মাউ মাউবোৰৰ আত্মগোপন কৰিব নোৱাৰাকৈ এই ভাঠ হাবিবোৰ সেই সময়ত কটা হৈছিল। আমাৰ বাটৰ বিৰিনি ইমানতে শেষ হ'ল। কেইমাইলমান গৈয়ে মোৰ গাড়ীখন বেয়া হ'ল। আবেলি সময়তহে আমি এল্‌চাৰ নতুন বাসস্থান পালোঁগৈ।

আফ্ৰিকাৰ একেবাৰে কোণত অৱস্থিত এই ঠাইডোখৰ; য'ত শিয়ালবোৰেহে ইটোৱে সিটোক শুভৰাত্ৰি জনায়। কেম্প পাতিবলৈ ভাল ঠাই এডোখৰ বিচাৰি জৰ্জ আৰু ল'ৰাকেইটাই হাবি কাটি বাট উলিয়াওঁতেই চাৰি ঘণ্টা লাগিল। নদীৰ পাৰত আমাৰ কেম্প তৰা হ'ল। নদীখনৰ ছয়োটা পাৰ একেচিয়া, তাল, ডিমৰু গছেৰে শাৰী শাৰী হৈ আছিল। বিভিন্ন জাতীয় লতাই- গছবোৰ সাঙুৰি আছিল। নৈখন চৌ খেলি খেলি নামি আহিছিল। তাৰ মাজে মাজে সৰু সৰু সুঁতি আৰু মাজুলিৰ সৃষ্টি হৈছিল আৰু শেষত বহুতো খালৰ ওপৰেদি মন্থৰ গতিত বৈ গৈছিল। এই খালবোৰত মাছবোৰে খেলা কৰি আছিল। ই মাছমৰীয়াৰ স্বৰ্গ। জৰ্জে ততাতৈয়াকৈ বৰশী লৈ ব্যস্ত হৈ পৰিল।

আমি পাৰ হৈ অহা অঞ্চলটোতকৈ ঠাইখন একেবাৰে বেলেগ আছিল। ঠাইডোখৰ বেছ গৰম। তাৰ ঘাঁহনিবোৰত তেনেকৈ জন্তুবোৰক ঘাঁহ খাই থকা দেখা নগৈছিল। কেৱল কেওকালে থকা কাঁইটীয়া জোপোহাবোৰে দূৰৈৰ দৃশ্যপটত বাধা নিক্ষেপ কৰিছিল, এল্‌চাৰ জন্মস্থানৰ পৰা কেৱল পয়ত্ৰিচ মাইল নিলগত থকা এই অঞ্চলটোৱেই তাইৰ বাবে উপযুক্ত আছিল।

নদীখনৰ পাৰৰ ছাঁডোখৰৰ পৰা আঁতৰি আহি আমি অসহ্য গৰমৰ প্ৰকোপত পৰিলোঁ। বিষুৱ ৰেখাৰ পৰা আমি বেছি দূৰত নাছিলোঁ। আমাৰ উচ্চতা সমুদ্ৰপৃষ্ঠৰ পৰা ১৬০০ ফুট। ভাঠ জোপোহাবোৰৰ

মাজে মাজে কেৱল জন্তুবোৰৰ অহাযোৱা কৰা লুংলুঙীয়া বাটবোৰ আছিল। এই বাটবোৰত হাতী, গঁড় আৰু বনৰীয়া ম'হৰ গোবৰবোৰ পৰি আছিল। তাৰ পৰা জন্তুবোৰ নিতৌ অহাযোৱা কৰাৰ কথা গম পাই আমি সতৰ্ক হ'ব পাৰিছিলোঁ। কেম্পৰ পৰা দুশ মাইল নিলগত নিয়খৰ পাহাৰ আছিল। সেইবোৰত গড়ৰ খড়্গৰ, হাতীৰ দাঁতৰ, শুৰৰ চিন দেখিবলৈ পাইছিলোঁ। তাৰোপৰি প্ৰায় প্ৰত্যেক জোপা গছেই হাতীয়ে গা ঘহোঁৱা বাবে ছালবিলাক এৰাই মিহি হৈ আছিল। সেইবাবে হাতোৰাৰ নখ ঘঁহাবলৈ এল্চা বৰ অসুবিধাত পৰিছিল। কিয়নো খহতা, ছাল থকা গছ তাই বিচাৰিয়েই নেপাইছিল। নদীৰ দাঁতিৰ বাওবাব ( Baobabs ) গছবোৰহে আছিল আৰু ছালবোৰ মিহি হোৱা বাবেহে সাৰি আছিল।

গুহা থকা ডাঙৰ জোঙা জোঙা শিলাখণ্ডৰে প্ৰকাণ্ড পাহাৰটোৰেই অঞ্চলটোৰ আকৰ্ষণ আছিল। সেইবাবে আমি পলম নকৰি এল্চাৰ প্ৰশিক্ষণ আৰম্ভ কৰি দিলোঁ। প্ৰত্যেক দিনা পুৱাতে পোহৰ হোৱাৰ লগে লগে এল্চাক ফুৰাবলৈ লৈ যাওঁ। আকৌ তেনেকৈ আবেলি ফুৰাওঁ। জন্তুবোৰৰ অহাযোৱা কৰা বাটবোৰ আৰু পানীলৈ নামি যোৱা বালি থকা বাটবোৰ দেখি বৰ ভাল লাগিছিল। তাই জন্তুৰ মলবোৰ শুঙি শুঙি আগবাঢ়িছিল। ৰাতি হয়তো সিহঁত তাতে আছিল। এল্চাই হাতী আৰু গঁড়ৰ গোবৰবোৰত লেটি লৈছিল আৰু পছবোৰ দেখিলে খেদি গৈছিল। জন্তুবোৰৰ উপস্থিতি তাত স্পষ্ট দেখা গৈছিল। হাবিত সিহঁতৰ খোজৰ চিন গতিপথত দেখি আমি বৰ সাৱধান হ'ব লগাত পৰিছিল। নহ'লে হঠাতে গঁড় বা হাতীৰ সন্মুখত পৰাৰ আশঙ্কা আছিল।

ইয়াত এল্চা জৰ্জৰ লগত চিকাৰলৈও যাব পাৰিছিল। আমি দুয়ো জন্তু বধ কৰাটো বৰ বেয়া পাইছিলোঁ। কিন্তু এল্চাৰ প্ৰশিক্ষণৰ বাবে আমি সহ্য কৰিব লগা হ'ল। স্বাভাৱিক অৱস্থাত এল্চাই নিজেইতো বধ কৰিলেহেঁতেন তাকে ভাবি সান্ত্বনা লভিছিলোঁ। তাই যোনকালে চিকাৰ কৰিব পাৰিলেই সকলোৰে পক্ষে উত্তম। তাই

প্ৰথমে জোপ লৈ জন্তুটো ধৰিব লাগিব আৰু তাই যদি মাৰিব নোৱাৰে জৰ্জে গুলিয়াই মাৰিব। তেতিয়া তাইক জন্তুটো ইচ্ছামতে খাবলৈ এৰি থৈ আহিলে তাই জন্তু মৰাৰ আহ্লাদটো পাব। এই অৱস্থাত তাই শগুণ, শিয়াল, সিংহ আদিৰ পৰা তাইৰ চিকাৰ অকলে ৰক্ষা কৰিবলৈ যত্ন কৰিব লাগিব। এনেকৈয়ে তাই ৰক্ষনৰ বাহিৰত মুকলি অৱস্থাত জন্তুবোৰৰ লগত ভেটাভেটি হ'ব পাৰিব।

কেম্পৰ ওচৰতে আমি কেইবাটাও সিংহৰ মাত শুনিছিলোঁ আৰু প্ৰায়ে সিংহৰ ভৰিৰ খোজ লক্ষ্য কৰিছিলোঁ। পাহাৰৰ ওপৰৰ শিলটোত বহি থকাৰ পৰা এদিন এল্‌চা কেম্পলৈ ঘূৰি নাহিল। ঠাইডোখৰ বৰ চমৎকাৰ। তাত ঠাণ্ডা বতাহ বলি থাকে, মাখিবোৰেও তাইক আমনি কৰিব নোৱাৰে আৰু তাত ওপৰৰ পৰা তলৰ জন্তুবোৰ তাই ভালকৈ লক্ষ্য কৰিব পাৰিছিল। আমি অঞ্চলটোলৈ অহা বেছিদিন হোৱা নাছিল বাবে তাই নহাত চিন্তা লাগিল। গতিকে আমি তাইক বিচাৰি গলোঁ। তেতিয়া বেছ আন্ধাৰ হৈছিল। জোপোহাবোৰৰ মাজে মাজে চাপৰি চাপৰি যোৱাটো আমাৰ পক্ষে বৰ টান আছিল। এল্‌চাক ক'তো নেদেখি আমি ঘূৰি আহিলোঁ।

পুৱতি নিশা তাইক বিচাৰি আকৌ ওলালোঁ। এটা ডাঙৰ সিংহৰ খোজৰ সৈতে এল্‌চাৰ খোজৰ চিন দেখিবলৈ পালোঁ। খোজবোৰ নদীখনৰ দাঁতিলৈকে গৈ আকৌ ইটো পাৰত দেখা দিলে। সেইটো পাৰত গোটেই শিলনি। গতিকে তাৰ মাজতে সিংহটোৰ থকা ঠাই বুলি আমি অনুমান কৰিছিলোঁ আৰু এল্‌চাক হয়তো তালৈকে নিছে বুলি ভাবিছিলোঁ।

দুপৰীয়া আহাৰৰ সময়ত কেম্পৰ ওচৰত থকা বেবুনবোৰে চিঞৰিবলৈ ধৰাত এল্‌চা আহিছে বুলি ধাৰণা হ'ল। আৰু সঁচাকৈয়ে নৈখন সাঁতুৰি এল্‌চা কেম্প্‌ পালেহি। আমাৰ প্ৰত্যেকৰে গাত মূৰটো ঘঁহাই তাই আমাক সম্ভাষণ জনাই মুখেৰে কু-কা কৰি তাইৰ অভিজ্ঞতাৰ বিষয়ে কবলৈ চেষ্টা কৰিলে। তাইৰ গাত কোনো আঁচোৰ নেদেখি আমি আশ্বস্ত হলোঁ। মাত্ৰ এসপ্তাহৰ আগতে ইটো

কেন্দ্ৰত থাকোতে তাইক সিংহ এটাই বৰ বেয়াকৈ খা লগাইছিল। সেইবাবে তাইৰ নতুন অভিসাৰ যাতে খইচ্ছাই হয় তাকে বাঞ্ছা কৰিছিলোঁ। কিয়নো তেতিয়া তাইক এৰি দিয়াটো মঙ্গলজনক হ'ব।

এদিন তাইৰ এটা ওৱাটাৰ বাক, মানে এবিধ ডাঙৰ পহু চিকাৰ কৰাৰ সুযোগ মিলিল। জৰ্জে গুলিয়াই দিলত হৰিণাটো বাগৰি পৰাৰ আগতে এল্‌চাই গৈ থাপমাৰি তাক বুলডগ্‌ৰ দৰে ডিঙিত কামুৰি ধৰিলে। পহুটো তাইৰ হেঁচাতে মৰিল। তাইৰ সমানে ডাঙৰ জন্তু এটা চিকাৰ কৰাৰ তাইৰ প্ৰথম অভিজ্ঞতা হ'ল। দেখাগ'ল তাই জন্তুবোৰৰ মৰ্মস্থলটো চিনি পাইছিল। আৰু সেইবাবে কম সময়তে জন্তুটো বধ কৰিব পাৰিছিল। সিংহৰ স্বভাৱজাত প্ৰণালীৰে তাই চিকাৰটো বধ কৰিছিল। বহুতে ভবাৰ দৰে প্ৰথমে ডিঙিটো মুচৰি ভাঙি নহয়। তাই প্ৰথমে পহুটোৰ নেজডাল খালে। পাচত দেখাগ'ল এইটোৱেই তাইৰ নিয়ম। তাৰ পাচত পাচ ঠেং দুটাৰ মাজৰ কোমল অংশ কালি ভিতৰৰ নাড়ী ভুকবোৰ সাৱধানে পুতি থলে। তেজৰ দাগবোৰো মাটিৰে ঢাকি দিলে। এইটো হয়তো শগুণবোৰক ঠগাৰ বুদ্ধি। এইখিনি কৰি উঠি তাই পহুটোৰ ডিঙিত কামুৰি আগ-ঠেংদুটাৰে টানি টানি পাঁচ ফুটমান নিলগত আন্ধাৰ জোপোহা এটাৰ ওচৰলৈ লৈ গ'ল। তাইক তাইৰ চিকাৰটোৰ ৰখীয়া কৰি আমি আঁতৰি আহিলোঁ। প্ৰায়ে কোৱা শুনা যায় সিংহবোৰে সিহঁতৰ চিকাৰটো পিঠিৰ ওপৰত ওলোমাই লৈ যায়। কিন্তু জৰ্জে বা মই সিংহবোৰক কেতিয়াও এনে কৰা দেখা নাই। সৰু সৰু জন্তুবোৰ যেনে কুকুৰ বা শহাপহু মুখেৰেহে কামুৰি লৈ যায়। এল্‌চাৰ দৰে ডিঙিত কামুৰি আগঠেং দুটাৰে কঢ়িয়াই নিয়াহে আমি সদায় লক্ষ্য কৰিছিলোঁ।

আবেলি চাহ খাবৰ সময়ত আমি আকৌ তাইক চাবলৈ গলোঁ। তাইৰ বাবে পানীও লৈ গৈছিলোঁ। আমাৰ লগত তাই আবেলি ফুৰিবলৈ ভাল পাই যদিও সেইদিনা তাই চিকাৰটোৰ কাষৰ পৰা লৰচৰেই নকৰিলে। আন্ধাৰ হলতো তাই ঘূৰি নাহিল, শেষ ৰাতি

তিনি বজাত বৰকৈ গাজনি মৰাত আমি সাৰ পাই গলোঁ। তাৰ অলপ পাছতেই তাই আহি দেখা দিলেহি আৰু ৰাতিটো কেম্পতে থাকিল।

পাছদিনা খুব পুৱাতে মৰা জন্তুটো কি হ'ল জানিবলৈ আমি ওলাই গলোঁ। তাত অৱশ্যে জন্তুটো নেদেখিলোঁ। সিংহ আৰু কুকুৰনেচিয়া বাঘৰ খোজেৰে ঠাই ডোখৰ ভৰি আছিল। ওচৰতে আমি কেইটামান সিংহৰ গোজৰণি শুনিবলৈ পাই ভাবিলোঁ বৰষুণৰ বাবে নাইবা সিংহকেইটা অহাৰ বাবেই তাই চাগে চিকাৰটো এৰি কেম্পলৈ ঘূৰি গ'ল।

এলচাৰ স্বাস্থ্যৰ বহুতখিনি উন্নতি হৈছিল যদিও তাই আগৰ দৰে স্ফূৰ্তিবাজ হোৱা নাছিল। দিনটোৰ বেছি ভাগ সময় তাই কেম্পতে থাকিবলৈ ভাল পাইছিল। তাইৰ এই অভ্যাসটো গুচাবলৈ আৰু নৈৰ পাৰৰ ছাঁ থকা শীতল ঠাইত পৰি থাকিবলৈকে জৰ্জে তাইক মাছ মাৰিবলৈ যাওঁতে তেওঁৰ লগত লৈ গৈছিল। তাই পানীলৈ খুব মন দি চাই থাকে আৰু বৰশীত মাছ লাগিলেই তাই পানীত জাপমাৰি বেচেৰা প্ৰাণীটোক শেষ খুন্দা দি ওপৰলৈ লৈ আহে। কেতিয়াবা মাছটোৰ পৰা বৰশীডাল এৰাই অনা বৰ কষ্ট হৈ পৰে, কিয়নো মাছটো লৈয়ে তাই কেম্পৰ ফালে দৌৰ দিয়ে আৰু কেম্প পাইয়েই মাছটো জৰ্জৰ বিচনাত থৈ দিয়ে। তাই চাগে বুজাবলৈ চেষ্টা কৰে, "এই ঠাণ্ডা অদ্ভুত চিকাৰটো তোমাৰ"। মাছটো থৈয়েই তাই আকৌ ঘূৰি আহি বৰশীত মাছ নলগালৈকে বৈ থাকে। তাইৰ এই নতুন খেলটো বৰ মজাৰ আছিল। কিন্তু কেম্পৰ পৰা তাইক আঁতৰাই ৰখাৰ আন উপায় ভাবিবলগীয়া হ'ল।

নৈখনৰ দাঁতিতে এজোপা বৰ ডাঙৰ গছ আছিল। তাৰ ডালবোৰ হালি গৈ নদীৰ পানী প্ৰায় স্পৰ্শ কৰিছিল। গছজোপাৰ সেউজীয়া চন্দ্ৰাতপৰ তলত বাহিৰৰ প্ৰখৰ ৰ'দৰ আঁতৰত শীতল ছাঁত বহি থাকোতে প্ৰকাণ্ড এটা গম্বুজৰ তলত বহা যেন লাগিছিল। হালি পৰা ডালবোৰৰ আঁৰত লুকাই ৰৈ অৰণ্যৰ জন্তুবোৰক লক্ষ্য

কৰিছিলোঁ। Lesser kudu, bush duck আদি সৰু সৰু জন্তুবোৰ পানীলৈ অহা দেখিছিলোঁ। যুবত হাতুৰীৰ দৰে থকা এবিধ সাৰেং চৰাইও তালৈ পানী খাবলৈ আহিছিল। বান্দৰবোৰো ওচৰৰ গছবোৰত আছিল। সিহঁতে বেছ জমাইছিল। আচল স্ফুর্তিটো সিহঁতৰ পৰাহে পাইছিলোঁ। এল্‌চাক কাষত লৈ বহি থকা সময়খিনি মোৰ স্বৰ্গৰ দুৱাৰডলিত থকা যেন লাগিছিল। মানুহ আৰু জন্তুৰ ঐকান্তিক সম্মিলন। নৈখনৰ বোৱতি সোঁতে আৰু সুৱগা চৰাইছিল। গছজোপাৰ তলতে মোৰ ছবি আঁকিবলৈ বা লিখাপঢ়া কৰিবলৈ মনোৰম ঠাই হব বুলি ভাবি গছৰ তলত কাঠৰ ফ্ৰেমত বাকচবোৰ গজাল মাৰি আলমাৰি সজালোঁ আৰু সেইদৰে কাঠৰ বেঞ্চ আৰু টেবুল এখন যোগাৰ কৰা হ'ল। গছজোপাৰ গাত আউজি মই কাম আৰম্ভ কৰিছিলোঁ।

তাইৰ পাচ ঠেং কেইটাত ভৰ দি থিয় হৈ এল্‌চাই মোৰ বস্তুৰ বাকচ, টাইপৰাইটাৰ সন্দেহেৰে পৰীক্ষা কৰিবলৈ ধৰিলে। তাইৰ আগ ঠেঙৰ হাতোৰা দুটাৰে বস্তুবোৰৰ ওপৰত ভেজাদি তাই মোৰ মুখখন চেলেকিব ধৰিলে আৰু মই কামত মনোনিবেশ কৰাৰ আগতে তাইৰ প্ৰতি মোৰ মৰম নিশ্চিত কৰি ললে। তাই মোৰ ভৰিৰ ওচৰত বহি পৰাত মই উৎসাহেৰে কাম আৰম্ভ কৰিলোঁ। কিন্তু মোৰ দৰ্শকমণ্ডলীক মই মন কৰা নাছিলোঁ। মই মন দি কাম আৰম্ভ কৰিবলৈ লৈছিলোঁহে, ডালৰ আঁৰৰ পৰা জুপি চাই থকা বান্দৰ এটাৰ মাত শুনিবলৈ পালোঁ। লগে লগে আনটো পাৰৰ জোপোহাবোৰ জীৱন্ত হৈ পৰিল আৰু তাৰ পৰা অসংখ্য মুখে জুমাজুমি কৰিবলৈ ধৰিলে। এল্‌চাক মোৰ কাষত দেখি উৎসাহিত হৈ সিহঁত জোপোহা-বোৰৰ আঁৰৰ পৰা ওলাই আহিল। ইজোপাৰ পৰা সিজোপা গছলৈ বেপৰোৱা হৈ চিঞৰ-বাখৰ কিৰিলি পাৰি ঝুলিবলৈ ধৰিলে। ওপৰৰ পৰা তললৈ নামি, গছৰ ওপৰলৈকে উঠি গৈ এক কোলাহলৰ সৃষ্টি কৰিলে। তাৰ মাজতে পোৱালী এটা হঠাৎ পানীত জপংকৈ পৰি গ'ল। তৎক্ষণাত এটা বুঢ়া বেবুন পানীত জপিয়াই পৰি তিতি থকা

পোৱালীটো দাঙি নিৰাপদ ঠাইলৈ লৈ গ'ল। এই ঘটনাৰ পাচতে যেন গোটেই সংসাৰৰ বেবুনবোৰ ওলাই আহি চিঞৰত গগন ফুটাই দিয়াৰ অৱস্থা কৰিলে। এল্চাৰ হুলস্থুল সহ্য নহ'ল। সিহঁতৰ আনন্দ কোলাহলৰ মাজেৰে তাই নদীত জাপ মাৰি সাঁতুৰি সিটো পাৰ পালেগৈ। পাৰত খোপনি ধৰিয়েই নিচেই ওচৰত পোৱা বেবুনটোলৈ চোঁচা ললে। চাপৰ ডাল এটাত বেবুনটো ওলমি আছিল, লাহেকৈ ওপৰৰ ডালটোলৈ জাপ মাৰি দিলে। সেই নিৰাপদ ঠাইৰ পৰা ডালটোৰ আগটো এল্চাৰ মুখৰ ওচৰত জোকাৰি জোকাৰি তাইক মুখ ভেঙুচালি কৰি জোকাবলৈ ধৰিলে। বাকীবোৰেও এই মজাৰ ধেমালিটোত যোগ দিলে। এল্চাৰ বেছিকৈ খং উঠিলে সিহঁতে তাইক জোকাই আৰু স্ফুর্তি পায়। তাই চুকি নোপোৱা ঠাইত বহি লৈ সিহঁতে টিকা খজুৰাব ধৰিলে, সিহঁতৰ তলতে আছিল যদিও তাইক যেন সিহঁতে দেখাই নাই আৰু তাইৰ সেই খঙৰ যেন একো ভ্ৰূক্ষেপ নাই এনে ভাব প্ৰকাশ কৰিলে। দৃশ্যটো এনে হাস্যজনক আছিল যে মই "মুভি" কেমেৰাটো উলিয়াই লৈ কটো তুলি দিলোঁ। এল্চা আৰু বিৰক্ত হ'ল। কেমেৰাটো লৈ মই তাইৰ কালে ককাচ কৰা দেখিয়েই তাই নদীত জাপমাৰি সাঁতুৰি গুচি আহিল। কেমেৰাটো মই আঁতৰাই থোৱাৰ আগতেই মোৰ গালৈ জাপমাৰি কেমেৰাটোৰে সৈতে মোক বগৰাই পেলালে। দামী ব'লেক্স কেমৰাটোৰে সৈতে আমি দুয়োটা বালিত বাগৰি পৰিলোঁ। সব তিতি গ'ল। বেবুনবোৰে আমাৰ কাণ্ড দেখি দুগুণ উৎসাহেৰে কিৰিলি পাৰিবলৈ ধৰিলে। আমাৰ দৰ্শকমণ্ডলীৰ আগত এল্চা আৰু মই দুয়ো বৰ লাজ পালোঁ।

ইয়াৰ পাচত বেবুনবোৰে প্ৰত্যেক দিনা এল্চাক নিৰীক্ষণ কৰিছিল। দুয়োপক্ষই সিপক্ষক চিনি পোৱা হ'ল। সিহঁতৰ কাৰ-সাজিবোৰ এল্চাই সহি থকা বাবে দিনে দিনে সিহঁতৰ সাহস বাঢ়ি গৈছিল। প্ৰায়ে সিহঁতে তাইৰ পৰা কেই গজমান নিলগতে পুঁতিটোত পানী খাবলৈ আহিছিল। এটাই বখীয়া হৈ চাই থাকে বাকীবোৰে ডালবোৰত ধৰি চাপৰি চাপৰি লাহে লাহে পেটভৰাই পানী খাইছিল।

এল্চাক আমনি কৰা উৎপতীয়া প্ৰাণী কেৱল সিহঁতেই নাছিল। উদাহৰণ স্বৰূপে কওঁ, এদিন আমি হৰিণী এজনী লৈ উভতি আহোঁতে জোপোহাত থকা শুই এটা ওলাল। এই নিমাখিত জন্তুটো প্ৰায় তিনিৰ পৰা পাঁচফুট দীঘল হয়। গাটো চাবিৰ পৰা ছয় ইঞ্চি বহল, জিভাখন কেৰেঙনি মেলা। সিহঁত নদীত থাকে। সচৰাচৰ মাছ খায় যদিও পালে মাংসও খাবলৈ ভাল পায়। সিহঁত ওলালে সৰ্বসাধাৰণ বিশ্বাস, ঘঁৰিয়াল ওলাব। কিয়নো সিহঁতে ঘঁৰিয়ালৰ কণীবোৰ খায়। ঘৰিয়ালৰ সংখ্যা কমাই ৰখা এইয়া যেন প্ৰকৃতিৰ এক পদ্ধতি। আমাৰ সন্মুখত ওলোৱা শুইটোৱে এল্চালৈ অনা পহুটোত দুটামান কামোৰ দিবলৈ চেষ্টা কৰিলে। এল্চাই তাক ধৰিবলৈ খেদি গ'ল কিন্তু এল্চাৰ বাবে সি অতি খৰতকীয়া আছিল। তাই সেইবাবে পহুটো ঢাকি থলে যাতে আৰু কামোৰ মাৰিব নোৱাৰে। আমাৰ ক্ষেত্ৰত তাইৰ ব্যৱহাৰ বিপৰীত আছিল। তাই খোৱা মাংসৰ টুকুৰাটো মই ধৰি থাকিলে তাই ভাল পাই আৰু তাই খাবৰ সময়ত জৰ্জ আৰু মুকক চুবলৈও দিয়ে। আমি তাইৰ একে দলৰ। তাই আমাক সকলোতে ভাগ দিবলৈ ৰাজি। কিন্তু তাই যোৎ এটাৰ অংশীদাৰ হব নিবিচাৰিলে। অৱশ্যে তাই মোৰ আৰু জৰ্জৰ, মুক আৰু বাকীবোৰৰ মাজত ব্যৱধান ৰাখি চলিছিল। তাই আমাৰ মাজৰ যেইকোনো এজনকে তাইৰ আহাৰৰ মাংসৰ টুকুৰাবোৰ কেম্পৰ পৰা বাহিৰলৈ আনিবলৈ দিছিল। কিন্তু বাৰুনীটো বা বাকী লৰাবোৰক কেতিয়াও ল'ৰাচৰা কৰিব নিদিছিল।

আমাৰ বাতাবৰণটো ( idyll ) সকলো কালে সুন্দৰ আছিল। কেৱল এল্চা যদি মাংসভোজী নহ'লহেঁতেন। কিয়নো তাইক চিকাৰ কৰিবলৈ শিকাব লগা হৈছিল। এল্চা চিকাৰ কৰিব পৰা হ'লত আমি তাইক কেইবা মাইল আঁতৰত চিকাৰৰ মৰাজন্তু এটাৰ লগত থৈ আহিছিলোঁ। বাটত আহোঁতে তাইৰ কালে এটা সিংহ গৈ থকা দেখা পালোঁ। সি বাক মৰা জন্তুটোৰ গোন্ধ পাইছিল নেকি। পিছবেলা এল্চাক চাবলৈ যাওঁতে তাত মৰা জন্তুটো আৰু এল্চাক নেদেখিলোঁ।



নৈখনৰ সিপাৰে কাওলা কাওলি কৰি থকা বেবুন জাকৰ ওচৰলৈ হয়তো এলছাৰ যাবৰ মন যায়। কিন্তু তাইক যাবলৈ দিয়া নহয়।





এলছাই জৰ্জৰ লগত চিকাৰ কৰি ফুৰে।



কিবা নতুন বস্তুৰ গোন্ধ পালেই এল্‌ছাই মুখখন বিকটাই দিয়ে।



এল্‌ছাই সাধাৰণতে জৰ্জ'ৰ কাষতে শোৱে আৰু সকলো সময়তে আগঠেঙৰ হাঁতোৰা এখন জৰ্জ'ৰ বিচনাৰ ওপৰত থয়। জৰ্জ বিচনাত আছেনে নাই—তাৰ উমান ল'বলৈকে বোধহয় তাই এনে কৰে।



চকুৰে দেখাত যদি ক'ৰবাত গছ এজোপা থাকে, এল্‌ছাই তাতে উঠি মলয়া বতাহত গাটো শাঁত কৰি থয়।



হাঁতোৰাৰ পেশী-সমূহ শক্তিশালী কৰিবলৈকে এল্‌-ছাই নিতৌ ব্যায়াম কৰে।



সাতমহীয়া পোৱালী-
কেইটাৰ লগত।



পটি-পটি, প্ৰতিটোৱেই যেন কেঁচুৱা তোলা ধাইহে



শুই থকা অৱস্হাত এল্‌ছা



এটি চাৰিমহীয়া কেঁচুৱা।



পুনৰ মিলন ঃ লেখক কেনিয়াৰ পৰা ঘূৰি অহাৰ পাছত পুনৰ এল্ছাৰ লগত।

কিন্তু বহুতো ভাণ্ডৰ জাওৰ সিংহৰ খোজ দেখা পালোঁ। বুজিলোঁ কি ঘটিছিল। আমি তাইৰ খোজত প্ৰায় দুমাইলতকৈ দূৰ অনুসৰণ কৰিলোঁ। সেইকালে তাই ভাল পোৱা শিলটো আছিল আৰু সেই কালেদি আমাৰ কিল্ড্‌গ্ৰাহেৰে চাই তাইক তাত বহি থকা দেখা পালোঁ। বোধহয় আন সিংহবোৰৰ পৰা নিৰাপদে থাকিবলৈ তাই সেই শিলটোকে ভাবি পাইছিল আৰু তাত থাকিলে আমিও তাইক দূৰৈৰ পৰা দেখিম বুলি জানিছিল।

ৰাতি নিমখৰ বস্তাটোৰ কালৰ পৰা নাকৰ শব্দ আৰু ঘুৰাঘুৰি কৰা শব্দ শুনি সাৰ পাই গলোঁ। আমি উঠি অহাৰ আগতেই এলচাই তাইৰ গৃহভূমি ( den ) ৰক্ষা কৰিবলৈ টেন্টৰ ভিতৰৰ পৰা ওলাই গ'ল। তেতিয়া নাকৰ ঘোৰঘোৰনি ধুপ ধাপ-শব্দ আৰু বাঢ়িবলৈ ধৰিলে আৰু পাচত একেবাৰে নাইকিয়া হৈ গ'ল। এলচাৰ কাম নিশ্চয় হাচিল হৈ গৈছিল। অলপ পাচতে কোপাই জোপাই আহি জৰ্জৰ বিচনাৰ কাষত তাই লাং খাই পৰিল। হাতোৰা এখন জৰ্জৰ গাত থৈ যেন জনাব খুজিছিল, "এতিয়া সকলো নিৰাপদ হ'ল। মাথো গঁড় এটাহে আহিছিল।"

কেইটামান নিশাৰ পাচত তাই আকৌ একে কাণ্ডকে এপাল হাতীৰ লগত কৰিছিল। কেম্পৰ পাচকালৰ পৰা অহা সিংহৰ হুলস্থুলীয়া চিঞৰ বাখৰবোৰে তাইক কৰ্মতৎপৰ কৰি দিলে। সৌভাগ্যবশতঃ সেই প্ৰকাণ্ড জন্তুবোৰ তাই খেদি পঠাব পাৰিছিল। সিংহৰ যুদ্ধ-নিনাদ বৰ ভয় লগা আছিল। হাতীলৈ মোৰ সদায় বৰ ভয় লাগে। ডাওৰ জন্তুবোৰৰ ভিতৰত সিংহতেই মোক বেছি ভয় খুৱায়। পৰিস্থিতি যদি ওলোটা হ'লহেঁতেন, মই নেভাবি নোৱাৰিলোঁ। কিয়নো হাতীকেইটাই এলচাক যদি খেদি আহিলহেঁতেন আৰু তাইও যদি আশ্ৰয় বিচাৰি আমাৰ ওচৰলৈকে আহিল হয়। জৰ্জে মোৰ অৱস্থা দেখি হাঁহিছিলে। কিন্তু সদায় তাপাক বিশ্বাস কৰাটো মোৰ বাবে অবিশ্বাস্য আছিল।

আমাৰ কেম্পৰ কালে সদায় এটা মহ আহিছিল। এদিন পুৱাতে

জৰ্জে তাক গুলিয়াই মাৰিলে। এল্‌চা আহি পোৱাৰ বহু আগতেই তাৰ প্ৰাণবায়ু ওলাই গৈছিল। কিন্তু তাই আহি উত্তেজনাত থাকিব নোৱাৰিলে। আগতে তাই চিকাৰৰ লগত এনে উত্তেজিত হোৱা দেখা নাছিলোঁ। মৰা ম'হটোক তাই কেউকালৰ পৰা হাতোৰাৰে মাৰিব ধৰিলে। আৰু গাৰ ওপৰত লুটি বাগৰ দিব ধৰিলে। কিন্তু তাই ইমানকৈ কৰ নোৱাৰা হৈ বগৰা বাগৰি কৰিছিল যদিও মাৰাত্মক শিং দুটাৰ পৰা আতৰি আঁছিল। অৱশেষত ম'হটো মৰা বুলি নিশ্চিত হ'বলৈ তাই তাৰ নাকটোত থপৰিয়াই চাইছিল। জৰ্জৰ ইমান ডাঙৰ ম'হটো মৰাৰ উদ্দেশ্য আছিল বনৰীয়া সিংহবোৰক মৰা জন্তুটোৰ প্ৰতি আকৃষ্ট কৰা। আমি আশা কৰিছিলোঁ সিহঁত আহিলে এল্‌চাইও সিহঁতৰ লগত ভোজমেলত যোগ দিব পাৰিব আৰু তেতিয়া হলে সিহঁতৰ লগত তাইৰ বন্ধুত্বও সহজে হ'ব পাৰিব। কি হয় সযত্নে লক্ষ্য কৰিবলৈকে আমি মৰা জন্তুটো কেম্পৰ ওচৰলৈ টানি আনিবলৈ ঠিক কৰিলোঁ আৰু এল্‌চাক তেতিয়া তাৰ দায়িত্বত থোৱাৰ কথা ভাবিলোঁ। ইতিমধ্যে আমি গাড়ীখন আনিবলৈ গলোঁ। আহি দেখোঁ চাৰিওফালৰ গছবোৰ শগুণ আৰু সাৰেং চৰাইবে দোঁ খাই আছিল। কিন্তু এল্‌চাই প্ৰখৰ ৰ'দত জন্তুটোৰ ওচৰতে বহি পহৰা দি আছিল। আমি মানে তাইৰ স্বগোত্ৰৰ প্ৰাণীখিনি আহি পাই দায়িত্ব লোৱাত তাই সকাহ পালে আৰু জোপোহাটোৰ ছাঁলৈ যাব পাৰিলে। কিন্তু ল'ৰাকেইটাই ম'হটোৰ ডাঠ ছালবোৰ কাটিবলৈ আৰম্ভ কৰিল দিলত তাই থাকিব নোৱাৰিলে, সিহঁতৰ লগত যোগ দিবলৈ দৌৰ মাৰিলে। সিহঁতে পেটটো কাজি দিলত কটাৰী চলাই থকাৰ মাজতে তাই ভেজ-চৰ্বিবোৰ উলিয়াই সহায় কৰি দিলে আৰু মাংস কাটি থকা ল'ৰাকেইটাৰ হাতৰ তলৰ পৰাই খাবলৈ ধৰিলে। নাড়ীবোৰ তাই 'চাউৰ' নিচিনাকৈ মুখত ভৰাই দিলে। লগে লগে দাঁতেৰে চেপি নাড়ীৰ মাজৰ অলাগতিয়াল বস্তুবোৰ ভিতৰত পৰা পেট উলিওৱাৰ দৰে উলিয়াই পঠালে। জন্তুটোৰ অৱশিষ্ট অংশ শিকলিৰে বান্ধি গাড়ী-খনৰ লগত আঁতি দিয়া তাই শান্ত হৈ চাই থাকিল। পধুৰ ম'হটো

লৈ লেগুৰতাৰ'খন জোকাবণি দি আছিব ধৰাত তাই আন দিন'ৰ দৰে গাড়ীখনৰ কেনভাচৰ চালিখনত উঠি ল'লে, তেতিয়া আৰু তিনিশ পাউণ্ড ওজন বাঢ়ি গ'ল। মৰা জন্তুটো শিকলি এডালেৰে গছএজোপাত বান্ধি দিয়াৰ পাচত এল্‌চাই বৰ সন্দিহান হৈ কেইবা-দিনলৈকো দিনে নিশাই তাক পহৰা দিবলৈ ধৰিলে। হায়েনাবোৰৰ চিঞৰ-বাখৰ কেকুৰেকুনিৰ পৰা বুজা গৈছিল আন্ধাৰ হোৱাৰ পাচত তাই বৰ ব্যস্ত হৈ পৰিব লগা হৈছিল। কিন্তু পিচদিনা পুৱা আহি আমি তাইক পহৰা দি থকা দেখিলোঁ, আমি গৈ পালত তেতিয়া তাত থকাটো আমাৰ পাল বুলি নিশ্চিত কৰি তাই নৈখনৰ কালে আতৰি গ'ল। আমি জন্তুটোক কাঁইটেৰে ঢাকি দিলোঁ যাতে শগুণৰ পৰা ৰক্ষা পৰে, সেইদৰে আৰু এৰাতিৰ বাবে তাক কেনেকৈ ৰক্ষা কৰিব পাৰি তাইক দেখুৱালোঁ। আবেলি ফুৰিবলৈ যাওঁতে এল্‌চা আমাৰ লগত ওলাল। তাইৰ পেটটো ম'হৰ মাংস খাই পেটুৱা হৈ আছিল। অলপ সময় যোৱাৰ পাচতে জোপোহাৰ মাজেৰে হায়েনা এটা মৰা ম'হটোৰ কালে লাহে লাহে গৈ থকা তাই দেখা পালে। তৎক্ষণাত তাই বৈ দিলে আৰু বাওঁ হাতোৰা তাঙি শুকান খাঁহবোৰৰ ওপৰত অতি সাৱধানেৰে লেপেট খাই পৰি হায়েনাটোক নিৰীক্ষণ কৰিবলৈ ধৰিলে। হায়েনাটো শান্তভাৱে গৈ আছিল, তাক যে কোনোবাই লক্ষ্য কৰি আছিল সেইটো সি জনাই নাছিল। ওচৰ পালত এল্‌চাই জাপমাৰি গৈ তাক এসেকা দিয়াত চিঞৰ এটা মাৰি জন্তুটো বাগৰি পৰিল আৰু পিঠি পেলাই পৰি থাকি চিঞৰিবলৈ আৰু কেঁকাবলৈ ধৰিলে। এল্‌চাই আমাৰ কালে চালে আৰু তাইৰ দ্বাৰা আক্রান্ত প্রাণীটোৰ কালে চাই তাইৰ স্বভাৱগত অভ্যাসমতে মূৰটো জোকাবিলে যেন কবহে বিচাৰিছিল "এতিয়া কি কৰা যায়?" আমাৰ পৰা কোনো উৎসাহজনক সঁহাৰি নেপাই তাই নিজৰ হাতোৰা-কেইটাকে চেলেকিব ধৰিলে যেন এই দুৰ্ভগীয়া প্রাণীটোক লৈ তাই বৰ বিৰক্ত অনুভৱ কৰিছিল। ক্রমান্বয়ে তাই সুস্থিৰ হ'ল যদিও অলপ আঁপত্তি দৰ্শাই আতৰি গ'ল।

আন আন বহু ক্ষেত্রত এল্‌চাৰ আমাৰ ওপৰত বিশ্বাস আৰু নির্ভৰশীলতা প্রকাশ পাইছিল।

এদিন আবেলি বহু পলমকৈ আমি এল্‌চাক জৰ্জৰ সহায়ত তাই মৰা জন্তু এটাৰে সৈতে থৈ আহিছিলোঁ। জন্তুটো বহুত দূৰৈত মৰা হৈছিল বাবে তাই তাত অকলে নাথাকিব বুলি জানিয়েই আমি মৰা জন্তুটো কেম্পৰ কাষলৈ আনিবলৈ গাড়ী এখন আনিলোঁ। কিন্তু উভতি আহি দেখোঁ যে এল্‌চা আৰু পছুটো তাত নাই। অলপ পাচতে তাই আহি দেখা দি আমি নথকা সময়ত জন্তুটো তাই লুকুৱাই থোৱা ঠাইলৈ আমাক বাট দেখুৱাই লৈ গ'ল। আমাক দেখি তাই ভাল পাইছিল যদিও মৰা পছুটো গাড়ীত উঠাই লৈ যাব নিদিলে। তাইক তাৰ পৰা আঁতৰাই আনিবলৈ কিমান চতুৰালি কৰিলোঁ। কিন্তু সব মিছা হ'ল। তাইক ঠগিব নোৱাৰিলোঁ। অৱশেষত গাড়ীখন মৰা পছুটোৰ ওচৰলৈ আনি মই তাইক প্রথমে গাড়ীখনলৈ আঙুলি টোৱাই পাচত পছুটোলৈ আঙুলিয়ালোঁ। এইদৰে ছবাৰ মান দেখুৱাই তাইক বুজাবলৈ চেষ্টা কৰিলোঁ যে আমি তাইক সহায় কৰিব খুজিছোঁ। তাই বুজি পালে চাগৈ। কিয়নো তাই হঠাতে উঠিল আৰু মোৰ আঠুত মুৰটো ঘঁহালে আৰু কাঁইটীয়া জোপোহাৰ তলৰ পৰা মৰা জন্তুটো গাড়ীখনৰ কাষলৈ টানি আনিলে। শেষত তাই তাক মুৰেৰে ঠেলি লেণ্ডৰ'ভাৰখনত উঠাবলৈ যত্ন কৰিলে। পিচে বাহিৰৰ পৰা উঠোৱাটো সম্ভৱ নহব বুলি জানিব পাৰি তাই জাপমাৰি গাড়ীত উঠি ললে আৰু ওপৰৰ পৰা মুৰত ধৰি গাৰ বলেৰে টানিবলৈ ধৰিলে। আমি পাচ ঠেংচুটাত ধৰি দাঙিছিলোঁ। পছুটো ভিতৰত সুমুৱাই নিশ্চিন্ত হৈ তাই কোঁপাই জোপাই তাৰ ওপৰত বহি ললে। জৰ্জে গাড়ী চলাই দিলে। জঙ্গলৰ মাজেৰে গাড়ীখন জাপয়াই জপিয়াই যাব ধৰাত তাই অসুবিধা পাই ওলাই গৈ গাড়ীৰ ছতৰ ওপৰত উঠি ললে। বাটে বাটে তাই পছুটো ভিতৰত ঠিক মতে আছে নে নাই চাই গৈছিল।

কেম্প পালত পছুটো গাড়ীৰ পৰা নমোৱাটোও এটা সমস্যা হৈ পৰিল। এইবাৰ এল্‌চাই আমাক তাইৰ মিত্রপক্ষ বুলি গণ্য কৰি

আমাৰ ওপৰতে এৰি দিলে। . মোৰ বাহিৰে তাত থকা সকলোৱে পহুটো ধৰি মেলি নমোৱাত লাগিল। তাকে দেখি এল্‌চা মোৰ ওচৰলৈ আহি তাইৰ হাতোবাৰে থপৰিয়াই দিলে। তাই যেন কব খুজিছিল, “তুমিও সহায় নকৰা নেকি ?”

পহুটো আমি কেম্পৰ বেছ ওচৰতে থৈছিলোঁ। কিন্তু অলপ পাচতে তাই টানি অনা গম পালোঁ। পহুটো তাইৰ কেম্পৰ ভিতৰতে খোৱাৰ ইচ্ছা। আমি তৎক্ষণাত কাঁইটীয়া গেটখন বন্ধ কৰি দিলোঁ। গোন্ধাই যোৱা পহুটোৰে সৈতে তাই বাহিৰতে থাকিল। কেম্পৰ ভিতৰত থকা হলে পহুটো কোনেও নিব নোৱাৰিব বুলি তাই ভাবিছিল। সেইবাবে তাইৰ কাৰণে এতিয়া উত্তম উপায়টো হ'ল গেটখনৰ গাতে লগাই পহুটো থৈ বাতি পহৰা দিয়া। তাই তাকে কৰিলে। কলত চাবিওকালে গোট খোৱা হায়েনাবোৰৰ চিঞৰত বাতি টোপনি যোৱাটো নহ'ল। এল্‌চাও বোধহয় সিহঁতক খেদি খেদি ভাগৰি পৰিল। পহুটোৰে সৈতে তাই তেতিয়া নদীখনত নামি পৰি পানী মাৰিবলৈ ধৰিলে। হায়েনাবোৰ আঁতৰি গ'ল। হায়েনাবোৰ পানীলৈ আহিব নোৱাৰে বুলি তাই জানিছিল নেকি বাৰু ?

পিচদিনা পুৱা তাইৰ ভৰিৰ খোজ আৰু জন্তুটো টানি নিয়াৰ দাগবোৰ দেখিছিলোঁ। চিনবোৰ নদীখনৰ কাষে গৈছিল। পিচে পিচে তাই আমাৰ পৰা আঁতৰি যাবলৈ ইচ্ছা নকৰি পহুটো টানি আনি আকৌ কেম্পৰ কাষে লৈ আহিছিল। এইবাৰ তাই ঘন জোপোহাৰ মাজত ঠিক নৈখনৰ পাৰতে পহুটো থৈছিল যাতে আন কোনো জন্তুৱে নিব খুজিলে পানীয়েদিহে আহিব লগাত পৰে। পহুটোৰ ওচৰতে তাইক বহি থকা দেখিলোঁ। বাতি তাইক কেম্পত সোমাব নিদিয়া বাবে তাই যে খুব বেয়া পাইছে বুজা গ'ল। আমাৰ ওপৰত তাইৰ বিশ্বাস ঘূৰাই আনিবলৈ বহুত সময় লাগিল। শেষত তাই আমাক ক্ষমা কৰিলে।

মাকৰ পৰা তাই কোনো কথা শিকিব নেপালে যদিও বনজন্তুৰ

লগত কিমান দূৰ মিলামিছা কৰাটো তাল তাই তাইৰ স্বাভাৱিক জ্ঞানেৰে বুজি পাইছিল। জন্তুবোৰ মাজত ঘূৰি ফুৰোঁতে বহুতবাৰ আমি তাইক গোন্ধ লোৱা দেখা পাইছিলোঁ। আৰু তাৰ পাচতে দৃঢ় পদক্ষেপেৰে একালে আগুৱাই গৈছিল, অলপ পাচতে তাওৰ জন্তুৰ মাজত দৰবা দৰবিৰ শব্দ শুনিবলৈ পাইছিলোঁ। কেইবাবাৰো তাই গঁড়ৰ সন্ধান পাই আমাৰ পৰা দূৰলৈ খেদি পঠাইছিল। মুঠতে তাই এটা বৰ ছচিয়াৰ পোহনীয়া কুকুৰৰ দৰে আছিল।

কেইবাটাও ম'হৰ পালে ওচৰৰ টিলা এটাত থাকিবলৈ লৈছিল। এল্‌চাই এই বিৰাট জন্তুবোৰৰ মাজত সোমাই প্ৰায়ে সিহঁতক অস্থিৰ কৰি তুলিছিল। শুই থকা অৱস্থাতে সিহঁতৰ মাজত সোমাই ঘূৰাঘূৰি কৰি সিহঁতক থতমত খুৱায় আৰু সিহঁতৰ শিংবোৰৰ পৰা নিলগত থাকি জপিয়াই হুলস্থুল কৰি সিহঁত আঁতৰি নোযোৱালৈকে নেৰিছিল।

এদিন বাতিপুৱা শুকাই যোৱা নদী এখনত খোজ কাঢ়ি ফুৰোঁতে আমি বালিত বাতিৰ অতিথিৰ খোজৰ চিনবোৰ লক্ষ্য কৰিছিলোঁ। প্ৰধানকৈ দুটা সিংহ আৰু বহুত হাতী অহাৰ চিন পাইছিলোঁ। ৰ'দটো বৰ প্ৰখৰ আছিল। তিনি ঘণ্টা জুৰি খোজ কাঢ়ি ফুৰি আমাৰ ভাগৰ লাগিছিল। বতাহজাকৰ বিপৰীতে আমি গৈ আছিলোঁ আৰু কোনো সতৰ্ক নোহোৱাকৈ কেঁকুৰী এটা পাৰ হৈয়েই এপাল হাতীৰ প্ৰায় মুখামুখি হৈ পৰিলোঁ। ভাগ্যে এল্‌চা আমাৰ অলপ পাচত লাহে লাহে আহি থকাত আমি জাপ মাৰি শুকান নদীখনৰ ওখ পাৰটোলৈ উঠি যাবলৈ যথেষ্ট সময় পালোঁ, হাতীজাক সিটো পাৰত উঠি গ'ল। সিহঁতৰ মাজত তিনিটা সৰু সৰু পোৱালীক আগুৰি নিৰাপদে লৈ গৈছিল। তাওৰ দঁতাল এটাই পাচে পাচে গৈ পালটোৰ নিৰাপত্তাৰ দায়িত্ব লৈছিল। এল্‌চা কানিয়াৰ দৰে লাহে লাহে আহি দঁতালটোক দেখি বহি পৰিলে। কিনো হয় দেখা যাওক বুলি আমি চাই থাকিলোঁ। দুয়ো পক্ষই পৰস্পৰলৈ চাই আছিল। আমাৰ বাবে সময়খিনি লেখায় জুপুৱাই লাগিছিল। অৱশেষত হাতীটো

আঁতৰি গৈ তাৰ কলৰ লগ লাগিল আৰু এলচাই তাইৰ পিঠিত পৰা মাখিৰ পৰা তত পাবলৈ বাগৰ মাৰি দিছিল।

উততি অহাৰ বাটত ওৰ্জে এটা পছলৈ লক্ষ্য কৰি গুলিয়ালে। পছটো নদীখনত থিয় দি আছিল। বেয়াকৈ আঘাত পাই সি সিটো পাৰলৈ লৰ দিলে। পাচে পাচে এলচাই আচৰিত ধৰণেৰে ক্ষিপ্র গতিৰে পানী মাৰি মাৰি খেদি গ'ল। আমি বেতিয়া সিটো পাৰত উঠিলোঁ, তাই জোপোহাৰ মাজত মৰা পছটোৰ ওপৰত উঠি কোপাই আছিল। তাই বৰ উত্তেজিত হৈছিল আৰু আমাক তাই বধ কৰা চিকাৰটো চুবকে নিদিছিল। আমি সেইবাবে তাইক পছটোৰে সৈতে তাতে এৰি অহাটোকে ঠিক কৰিলোঁ। পানীৰ মাজেৰে খোজ দি আমি ঘূৰি আহিবলৈ ধৰাত তাইও পাচে পাচে আহিবলৈ ললে। কিন্তু তাইক দুই নাৱত দুই ভৰি হোৱা যেন লাগিল। কিয়নো নদীখনৰ ইটো কালে পছটো লৈ তাই থাকিবৰ ইচ্ছা নকৰিলে আৰু তাক হেৰুৱাবও নিবিচাৰিলে। অৱশেষত অনিচ্ছা স্বত্বেও তাই ঘূৰি গ'ল। আকৌ ঘূৰি আহিবলৈ চেষ্টা কৰিলে, পিচে একো সিদ্ধান্ত লব নোৱাৰি আকৌ ঘূৰি গ'ল। আমি বিপৰীত কালে পাৰত উঠো মানে এলচাই মন স্থিৰ কৰি ললে। আমি তাইক পছটো নৈখনৰ কালে টানি অনা দেখা পালোঁ। তাইনো কি কৰিব বাৰু? ইমান গধুৰ জন্তুটো তাই নৈখন পাৰ কৰি অনাটো সম্ভৱ নাছিল। কিন্তু এলচাই হাৰ মানিব খোজা নাছিল। তাই পছটো মুখেৰে কামুৰি ধৰি দ পানী ভাগেৰে সাঁতুৰি দিল, তাইৰ মূৰটো মাজে মাজে পানীৰ তলত ডুব যোৱা দেখিছিলোঁ। বোধহয় পছটোক ভালকৈ কামুৰি ধৰিবলৈ চেষ্টা কৰিছিল। তাই পছটোক টনা আজোৰা ঠেলাঠেলি কৰিবলৈ ধৰিলে। পছটো লাগি ধৰিলে চকিয়াই চকিয়াই আকৌ পানীত ওপঙাই দিয়ে। মাজে মাজে দুয়োটা নেদেখা হৈ যায়। কেৱল এলচাৰ নেজডাল বা পছটোৰ ঠেং এটা দেখি গম পাইছিলোঁ পানীৰ তলত এলচাই কি সংগ্রাম চলাব লগাত পৰিছিল। আচৰিত হৈ আমি চাই আছিলোঁ। আধা ঘন্টা সময় খুঁজি খুঁজি তাই পছটো

বামপানীখিনিৰ মাজেৰে আমি গৰ্ব্বেৰে আমাৰ ওচৰ পোৱালেহি। তেতিয়া তাই ভাগৰত অৱশ হৈ পৰিছিল। কিন্তু তাইৰ কাম সম্পূৰ্ণ হবলৈ তেতিয়াও বাকী আছিল। তাই পহুটো দুঁতি এটালৈ টানি আনিলে পৰ পৰা তাক পানীয়ে উটাই নিব নোৱাৰে। তাৰ পাচত তাই তাক লুকুৱালৈ এডোখৰ নিৰাপদ ঠাই বিচাৰি গ'ল। এই কালে নদীখনৰ পাৰটোৰ পৰা খিয় আছিল আৰু তাত কাঁইটীয়া জোপোহাবোৰ ডাল গছৰ পুলিবোৰেৰে ঠাহ খাই আছিল। এই জোপোহাবোৰ ভেদ কৰা এল্‌চাৰ বাবেও সম্ভৱপৰ নাছিল। এল্‌চাক তাতে পহুটোৰে সৈতে এৰি থৈ আমি কেম্পলৈ কিছুমান হাবিকটা কটাৰী আৰু ৰচী আনিবলৈ গলোঁ। উভতি আহি আমি ডাল গছৰ ডাল কাটি পানীৰ ওচৰলৈ যাব পৰাকৈ এটা বাট উলিয়ালো। এল্‌চাই মানুহকেইটালৈ সন্দেহৰ চকুৰে চাই থাকোতেই মই ৰচীৰে চিপগাঠি এটা বান্ধি পহুটোৰ মূৰেদি ভিতিলৈ পাৰ কৰাই দিলোঁ। এতিয়া খিয় গৰাটোৰেদি তাক টানি অনাৰ প্ৰস্তুতি সম্পূৰ্ণ হ'ল। প্ৰথম টান দিওঁতে এল্‌চাই গুজৰিবলৈ ধৰিলে আৰু কাণকেইখন পেলাই দিলে। সম্ভৱ তাই চাগৈ ভাবিছিল তাইৰ চিকাৰটো তাইৰ পৰা কাঢ়ি আনিব খুজিছিলোঁ। পিচে টনাটনিত মইও যোগ দিয়া দেখি আশ্বস্ত হৈ ওপৰলৈ উঠি আহিল। আমাৰ যুগ্ম প্ৰচেষ্টাত পহুটো দহফুট ওখ গৰাটোৰ ওপৰলৈ উঠাব পাৰিলোঁ। তাত ল'বাকেইটাই এল্‌চা আৰু চিকাৰটোৰ বাবে এডোখৰ ছাঁ পৰা ঠাই মুকলি কৰি থৈছিল। তাইৰ বাবে আমিনো কি প্ৰস্তুতি চলালোঁ। তাই বুজি পালে আৰু কৃতজ্ঞতাত আমাৰ প্ৰত্যেকৰে ওচৰলৈ গৈ তাইৰ মূৰটো ঘঁহাই দিলে আৰু প্ৰত্যেককে সকৈ ওঁ ওঁৱাই ধন্যবাদ জনালে। দুবাৰ তাইক মই অন্যমনস্ক ভাবে একো কেৰেপ নকৰি ডাঙৰ ক'লা পকৱাবোৰৰ শাৰীবোৰ ছেদেলি ভেদেলি কৰি পাৰ হৈ যোৱা লক্ষ্য কৰিছিলো। এই ক'লা সৈনিক পকৱাবোৰ যৰ সাংঘাটিক, সিহঁতে আগত পৰা যি কোনো প্ৰাণীকে কামোৰে। কিন্তু কি কাৰণত নেজানো এল্‌চাক সিহঁতে একো প্ৰতিশোধ লোৱা নাছিল।

এদিন ফুৰোঁতে আমি বৰ ক্লান্ত হৈ পৰিছিলোঁ। আৰু মই এল্‌চাৰ পাচে পাচে অন্যমনস্ক হৈ গৈ আছিলোঁ। হঠাৎ তাই বৰ ডাঙৰকৈ গোজৰি উঠিল আৰু পাচ ঠেংকেইটাৰ ওপৰত ভৰদি উভতি আছিল। আমি সেই সময়ত গছ এজোপাৰ কাষেদি পাৰ হৈছিলোঁ। মাটিৰ-পৰা পাচ ফুট মান ওখত গছজোপাৰ কেবেঙনি মেলিছিল আৰু তাতে বগা কেটি সাপ এটা মেৰ খাই থাকি আমাৰ কালে ফণা মেলি বৈ আছিল। এল্‌চাক ধন্যবাদ, একো নঘটিল। নহলে ইমান ওচৰেদি কেটি সাপ এটাৰ আগেদি পাৰহৈ যোৱাটো বৰ বিপদসঙ্কুল আছিল। গছত উঠি থকা কেটি সাপ এইবাৰেই মই প্ৰথম দেখিছিলোঁ। এল্‌চাৰো কথাটো ভালকৈ মনত ধৰিছিল। পাচৰ কেইদিনমানলৈ গছৰ কাষেদি পাৰ হব লগা হলে তাই আগতেই ভালকৈ নিৰীক্ষণ কৰি লৈছিল।

সেই সময়ত বতৰ বৰ গৰম আছিল। এল্‌চা বেছি ভাগ সময় নদীখনত আছিল। প্ৰায়ে তাই আধালৈকে পানীত ডুব দি থাকিছিল। নদীখনত আমি প্ৰায়ে ঘঁৰিয়াল দেখিছিলোঁ। এল্‌চাক সিহঁতে অৱশ্যে একো কৰা নাছিল। জৰ্জে নৈৰ দাঁতিত গিনিকাউল নামৰ এবিধ হাঁহ চৰাই গুলিয়ালেই এল্‌চাই পানীৰ পৰা বিচাৰি আনে। হাঁহটো ধৰাৰ চলেৰে তাক মুখত লৈ খুব পানী খেলে। তাই এই খেলটো বৰ ভাল পাইছিল আৰু আমিও তাইক চাই থাকি খুব স্ফূৰ্ত্তি পাইছিলোঁ।

এল্‌চাৰ স্বাস্থ্য পুনৰ সম্পূৰ্ণৰূপে ভাল হ'ল। তাই আৰোগ্য লাভ কৰিলে। তাইৰ অভ্যাসবোৰ বৰ সংৰক্ষণশীল আছিল। কেইটামান সামান্য সালসলনিৰ বাহিৰে আমাৰ দৈনিক কাৰ্য্যক্ৰমণিকা একেই আছিল। খুব ৰাতিপুৱাতে উঠি ফুৰা, দুপৰীয়া আমাৰ নদীৰ কাষৰ গছজোপাৰ তলতে মোৰ কাষত টোপনি যোৱা, আবেলি চাহখোৱাৰ সময়লৈকে তাতে থাকি আকৌ পাচবেলা ফুৰিবলৈ ওলাই যোৱা। ফুৰি আহি পালেহি তাইৰ খোৱা আহাৰ প্ৰস্তুত হৈ থকা দেখা পায়। সাধাৰণতে লেণ্ডৰ'ভাৰখনৰ চাললৈ খোৱা বস্তুখিনি লৈ যায় আৰু তাতে খায়, আৰু লাইট হুমুৰাই সকলো শুবলৈ

নোমোৱালৈকে তাতেথাকি পাচত জৰ্জৰ কেম্পলৈ আহি তেওঁৰ বিচনাৰ কাষতে মাটিত বাগৰ দি জৰ্জৰ গাত হাত এখন থৈ শুই পৰিছিল।

এদিন আবেলি এলচা আমাৰ লগত ফুৰিবলৈ যাবলৈ অমান্তি হ'ল। আন্ধাৰ হোৱাৰ পাচত আমি ঘূৰি আহি এলচাক নেপালোঁ, তাই ক'ৰবালৈ গ'ল গৈ। পিচ দিনাহে নিচেই পুৱাতে ওলালহি। পাচত আমি কেম্পৰ কাষতে সিংহৰ ভাওৰ খোজ দেখা পাইছিলোঁ। ঘূৰি আহিলত তাইৰ গাটোত বেলেগ ধৰণৰ গোন্ধ এটা পালোঁ। সিংহৰ লগত সহবাস কৰা বাবেই এনে ধৰণৰ গোন্ধ ওলাইছিল। তাইৰ আচৰণৰ পৰাও এইটো ধৰিব পাৰিছিলোঁ। তাই আমাৰ প্ৰতি বন্ধুত্ব ভাৱ প্ৰদৰ্শন কৰিছিল যদিও তাত আগৰ মৰমথিনি দেখা নগৈছিল। পুৱাৰ আহাৰ খাই তাই আকৌ গুচি গৈছিল আৰু গোটেই দিনটো বাহিৰতে কটাইছিল। আন্ধাৰ হোৱাৰ পাচত তাই আহি জাপমাৰি লেণ্ডৰ'ভাৰখনৰ ওপৰত উঠা শব্দ শুনি তাইৰ লগত ধেমালি কৰিবলৈ মই ওলাই গলোঁ। তাই কিন্তু আঁতৰি থাকিল। তাইক বৰ অস্থিৰ যেন দেখা গৈছিল। তাই জাপ মাৰি নামি আন্ধাৰতে কেনিবা মিলি গ'ল। ৰাতি তাই নদীখনত পানী খেলি থকা শব্দ শুনিছিলোঁ আৰু লগতে চাৰিওফালৰ সচকিত বেবুনবোৰৰ চিঞৰ-বাখৰ ভাহি আহিছিল। পুৱতি নিশালৈকে এইটো চলি আছিল। তেতিয়া এলচা অলপ সময়ৰ বাবে কেম্পলৈ আহিল। জৰ্জে তাইক মৰম কৰিবলৈ ধৰাত পাতি দিলে আৰু তেওঁৰ কালে চাই পাওঁ পাওঁ কৰি আকৌ গুচি গ'ল। তাই প্ৰেম পাশত আৱদ্ধ হোৱাটো নিশ্চিতকৈ বুজা গ'ল।

আগৰ অভিজ্ঞতাৰ পৰা জনা আছিল মাত্ৰ চাৰিদিনমানৰ বাবেহে তাইৰ এই অৱস্থা অটুত থাকে। আগৰ কেম্পটোতকৈ এইবাৰ পৰিস্থিতি বেলেগ আৰু তাইক বনৰ মাজত স্বাভাৱিক জীৱন যাত্ৰাৰ সূচনা কৰি দিবলৈ সুবিধাজনক আছিল। তাৰবাবে ঠিক সময় উপস্থিত হোৱা যেন অনুভৱ কৰি আমি এসপ্তাহৰ বাবে আঁতৰি থাকি তাইক তাইৰ সঙ্গীৰ লগত এৰি যাবলৈ ঠিক কৰিলোঁ।

আমি বভ্রুবাহানি বাদ্ধি থাকোঁতেই এলচা আহি পালেহি বাকে আমি বেলেগ বন্দবস্ত কৰিব লগা হ'ল। মই এলচাৰ আলপৈচান ধৰি থাকোঁতেই অৰ্জে কেম্প উঠাই বোজাই কৰা গাড়ীবোৰ লৈ এমাইল-মান আঁতৰলৈ লৈ যাব। সকলো ঠিক ঠাক হলে তাত গৈ লগ ধৰিবলৈ মোলৈ খবৰ পঠাব। সেইমতে মই এলচাক নদীৰ পাৰৰ আমাৰ ডাঙৰ গছজোপাৰ ওচৰলৈ লৈ গলোঁ। আমাৰ দুয়োকে একেলগে এই ঠাইডোখৰ চোৱাৰ এয়ে শেষ নেকি? কিবা এটা গণ্ডগোল হোৱা বুলি তাই অনুমান কৰিছিল। মই টাইপৰাইটাৰ-টো লৈ গৈছিলো আৰু তাই যাতে সন্দেহ নকৰে আনদিনাৰ দৰেই টিক টিক শব্দ কৰি টাইপ কৰিছিলোঁ। তথাপি তাই আশ্বস্ত হব নোৱাৰিছিল। মইও মনৰ দুখতে ভালকৈ টাইপ কৰিব পৰা নাছিলোঁ। তাইক মুক্তি দিবৰ বাবে আৰু বন্ধনত থকাতকৈ তাইক মুক্ত সুখী জীৱন দিবলৈকে আমি নিজকে প্ৰস্তুত কৰিবলগীয়া হ'ল। যদিও আসন্ন বিচ্ছেদৰ সময় উপস্থিত হোৱাত তাইক আমাৰ মৰমৰ পৰা বঞ্চিত কৰি এৰি থৈ যাবলৈ আৰু হয়তো চিৰদিনৰ বাবে নেদেখিবও পাৰোঁ, এই ভাবনাটোৰেই বৰ বেলেগ ধৰণৰ আছিল। এল্‌চাই সম্ভৱ মোৰ মনৰ অৱস্থাৰ কথা গম পাইছিল কিয়নো তাই তাইৰ মিহি মুৰটো মোৰ গাত ঘঁহাই দিছিল।

আমাৰ সম্মুখেদি নদীখন ধীৰ গতিত বৈ গৈছিল। কালি যেনেকৈ বৈছিল, কাইলৈও তেনেকৈয়ে বৈ থাকিব। হঠাৎ হৰ্নবিল চৰাই এটাই চিঞৰি উঠাত গছজোপাৰ পৰা কিছুমান শুকান পাত সৰি পৰিল আৰু নদীৰ সোঁতে উটুৱাই লৈ গ'ল। এলচা এই জীৱনধাৰাৰ এটা অংশ বিশেষ। তাই প্ৰকৃতিৰ কন্যা, মানুহৰ নহয়। আমি হলোঁ মানৱজাতিৰ। আমি তাইক ভাল পাওঁ আৰু আমাক ভাল পাবলৈ শিকাই তাইক ডাঙৰ কৰিছিলোঁ। আজিৰ বাতিপুৱাটোলৈকে তাই মিবোৰ কথাত অভ্যস্ত হৈ পৰিছিল, তালকৈ জানিছিল সেই সকলোবোৰ পাহৰি যাব পাৰিব নে? ভোক লাগিলে, তাই চিকাৰ কৰি খাব পাৰিবনে? নাইবা তাই আমি উভতি অহালৈ বিশ্বস্ত

হৈ অপেক্ষা কৰিব, কিয়নো তাই জানিছিল আজিলৈকে আমি তাইক কেতিয়াও নিৰাশ কৰা নাই। মই তাইক চুমা খাই মোৰ মৰমৰ প্ৰতিশ্ৰুতি জনালোঁ আৰু তাইৰ নিৰাপত্তাৰ আশ্বাস দিলোঁ। কিন্তু মোৰ এই চুমা তাইৰ প্ৰতি প্ৰতাৰণাহে হব নেকি! তাই কেনেকৈ বুজিব এতিয়া তাইক এৰি প্ৰকৃতিক দি থৈ যাবলৈ, তাইৰ স্বজাতিৰ জন্তুবোৰৰ লগত মিলিব নোৱাৰালৈকে অকলশৰে বনত তাইক এৰি দিবলৈ মোৰ অন্তৰৰ সকলো মৰমৰ শক্তিৰ কিমান প্ৰয়োজন হৈছিল!

জৰ্জ আহিল আৰু মোক একাষে মাতি নিলে। সি লগত অলপ মাংস লৈ আনিছিল। এলচা তাৰ পাচে পাচে খাঁহনি তবালৈ গ'ল আৰু মাংস খাবলৈ আৰম্ভ কৰিলে। আমি তেতিয়া মনে মনে আঁতৰি আহিলোঁ।

## নৱম অধ্যায়

# চূড়ান্ত পৰীক্ষা

আমি দহমাইল নিলগত থকা আন এখন নদীৰ ওচৰলৈ আহিলোঁ। আগৰ নদীখনতকৈ সৰু হলেও গভীৰ। ইয়াত আমি এসপ্তাহ থাকিবলৈ মন কৰিলোঁ। আবেলি পৰত মই আৰু জৰ্জ নদীখনৰ পাৰে পাৰে খোজ কাঢ়ি ফুৰিছিলোঁ। আমি মনে মনে এল্‌চাৰ কথাই ভাবিছিলোঁ। এল্‌চাৰ ওচৰত মই কিমান নিৰ্ভৰশীল আছিলোঁ। তেতিয়াহে উপলব্ধি কৰিব পাৰিলোঁ। প্ৰায় এই তিনিবছৰ মই তাইৰ মনৰ ভাব, স্পৃহা, প্ৰতিক্ৰিয়াৰ ভাগ লৈ প্ৰায় এজনী সিংহীৰ দৰে জীৱন কটাইছিলোঁ। তাইৰ সান্নিধ্যত দিনবোৰ কটাই এতিয়া তাইৰ অবিহনে আমাৰ অসহ্য লাগিল। মোৰ কাষে কাষে খোজ দি যাবলৈ আৰু মাজে মাজে মোৰ গাত তাইৰ মুৰটো ঘঁহাই দি তাইৰ কোমল নোমবোৰৰ আৰু দেহৰ উত্তাপৰ স্পৰ্শ দিবলৈ এল্‌চা নথকাত বৰ অকলশৰীয়া যেন লাগিল। অৱশ্যে এসপ্তাহৰ পাচত তাইক আকৌ দেখা পোৱাৰ আশা আছিল আৰু মোৰ বাবে সেইয়া যে কিমান আবেগৰ প্ৰতীক্ষা!

হঠাৎ জৰ্জ বৈ দিলে আৰু আমি মাটিত পেট পেলাই শুই দিলোঁ। এটা লেহাৰকুছু পহু আমাৰ ফালে ঘাঁহবোৰ গুচি গুচি আহি আছিল। ঘাঁহ খাবলৈ এৰি মূৰটো ছাঙি চাৰিওফালে সতৰ্কভাৱে চাবলৈ ধৰিলে। প্ৰত্যেকটো আলোড়ন বা ডাল ভঙাৰ শব্দত সি সজাগ হৈ ৰ'ল। আমি যদিও ডালকৈ লুকাই আছিলোঁ আৰু বতাহৰ গতিও অনুকূলে আছিল তথাপিও আমাৰ উপস্থিতি সি উমান পাইছিল যেন লাগিল। নাইবা বিপদৰ প্ৰতি সিহঁতৰ জন্মগত ভীতি প্ৰবণতাই এই ধুনীয়া জন্তুটোক নিজকে সততে সতৰ্ক হৈ থাকিবলৈ বাধ্য কৰাইছিল। ইয়াৰ নিখুঁত শৰীৰৰ গঠন, গাৰ ছালৰ ধুনীয়া চিনবোৰ, বগা আঁচবোৰ আৰু মুৰৰ সুন্দৰ আকৃতিৰ শিংটোৱে এই পহুটো

প্ৰকৃতিৰ এক অপূৰ্ব সৃষ্টি। পদ্মটোৱে ধীৰে ধীৰে জোপোহাৰ পৰা জোপোহালৈ ঘাঁহ চিঙি চিঙি অদৃশ্য নোহোৱালৈকে বৰ আনন্দেৰে আমি তালৈ চাই আছিলোঁ। তাৰ পাচত আমি নদীখনৰ ওচৰতে কিবা এটা শব্দ শুনি বৰ সাৱধানেৰে আগবাঢ়ি গৈ এজনী জলহস্তীয়ে বিপৰীত পাৰৰ ঘাঁহনি ভৰাত তাইৰ পোৱালীকেইটাৰে সৈতে ঘাঁহ খাই থকা দেখা পালোঁ। ব'দটো তেতিয়াও সিহঁতৰ বাবে বৰ চোকা আছিল। সেইবাবে ছাঁ পৰা ঠাইখিনি এৰি নগৈ সিহঁতে পানীত আধালৈকে ডুব গৈ নিঃশব্দে ঘাঁহ চোবাই আছিল। পানীৰ গভীৰতালৈ লক্ষ্য কৰি সিহঁতে পাচঠেং কেইটাত থিয় দি নৈৰ দাঁতিত ওলমি থকা কোমল ঘাঁহ-বনবোৰ চিঙি দাঁতিয়েদি গৈ আছিল।

আমি এই শান্তিপূৰ্ণ দৃশ্য চাই আছিলোঁ যদিও মোৰ অন্তৰে এলচাক বিচাৰিছিল। এনেতে নদীখনৰ সিপাৰে আমাৰ পৰা কেইগজমান পানীৰ ব্যৱধানত এটা হাতী লক্ষ্য কৰিলোঁ। সি তাৰ দলটোৰ নেতা আছিল। ছায়ামূৰ্তিৰ দৰে সিহঁতে শব্দ নকৰাকৈ পানীৰ কাষে আগবাঢ়ি আহিল। শিলৰ গৰাটোৰ কাষেদি পানীলৈ বাটটো ঠেক আছিল। সেইবাবে হাতীবোৰে এটা এটাকৈ শুৰেৰে কেইবাৰাবো পানী লৈ খাব লগাত পৰিছিল। এটাই ভালকৈ পানী খাই ললে বাট এৰি আঁতৰি দিছিল। আন জন্তুৰ আক্ৰমণৰ পৰা ৰক্ষা কৰিবলৈ ছুটা সক হাতী পোৱালীক সিহঁতে আগুৰি লৈছিল। বেলি ইতিমধ্যে ডুব গৈছিল। উত্তপ্ত ৰশ্মিমালা তালগছবোৰৰ পাতত পৰি প্ৰতিফলিত হৈছিল আক সিহঁতৰ আগবোৰত সোণালী কিৰণৰ বহন লাগিছিল।

মই আকৌ এলচাৰ কথা ভাবিলোঁ। কেনে এখন ধুনীয়া পৃথিৱীত তাইৰ জন্ম। তাইক হেৰুৱাব লগাত মোৰ যিমানেই নহওক লাগে, আমি সৰ্বান্তকৰণেৰে তাইক এই মুক্ত জীৱন ঘূৰাই দিব লাগিব আক প্ৰকৃতিয়ে তাইক যিখিনি দিব খোজে তাৰপৰা বঞ্চিত হৈ তাই যাতে গড়ালৰ বন্দীজীৱন কটাব লগা নহয় তাৰ পৰাও তাইক ৰক্ষা কৰিব লাগিব। যদিও এতিয়ালৈকে মানুহে তাওৰ কৰা জন্ত পোৱালী

এৰি দিয়াৰ দৃষ্টান্ত ক'তো নাছিল এল্‌চাই বন্য জীৱনত নিজকে খাপ খুৱাই লব পাৰিব বুলি আমি আশা কৰিছিলোঁ, যিটো বন্য জীৱন তাইৰ চিনাকি আছিল।

দুঃচিন্তাৰ সপ্তাহটো অৱশেষত পাৰ হৈ গ'ল। এল্‌চাই এই প্ৰথম পৰীক্ষাত কেনেদৰে সন্মুখীন হৈছিল তাকে চাবলৈ আমি উভতি গলোঁ। আহি পায়েই আমি আগৰ কেম্পৰ ওচৰত তাইৰ খোজৰ চিন বিচাৰিলোঁ। কিন্তু নেদেখিলোঁ। মই চিঞৰি চিঞৰি তাইক মাতিবলৈ ধৰিলোঁ। অলপ পাচতে হুহ্‌ হুহ্‌ শব্দ কৰা তাইৰ খোজৰ পৰিচিত শব্দটো শুনিবলৈ পালোঁ আৰু নৈখনেদি যিমান পাৰে সোনকালে খোজ দি তাইক আহিবলৈ ধৰা দেখা পালোঁ। তাইৰ আমাৰ গাত মূৰ ঘঁহা আৰু মুখেৰে মাও মাওকৈ মতাত মনতে বৰ দুখ লাগিল। তাইক নেপাই আমাৰ যিমান বেজাৰ লাগিছিল দেখা গ'ল তাইও আমাৰ পৰা আঁতৰি সিমানেই বেজাৰ পাইছিল। আমি তাইৰ বাবে পছু এটা মাৰি লৈ আনিছিলোঁ, পিচে তাই তালৈ চকুৱে দিয়া নাছিল কেৱল আমাৰ গাত মূৰ ঘঁহাই আছিল। আমাৰ মৰম দিয়া আৰু লোৱাৰ আনন্দৰ পৰ্ব শেষ হ'লত মই তাইৰ পেটৰ ফালে চালোঁ। পেটটো ভৰি ওফন্দি আছিল। অলপ আগতে হয়তো তাই পেট ভৰাই খাইছিল। মোৰ চিন্তা দূৰ হ'ল কিয়নো তাই নিৰাপদ বুলি বুজিব পাৰিলোঁ। তাই নিজৰ দায়িত্ব লব পৰা হ'ল বুলি প্ৰমাণিত হ'ল। অন্ততঃ আহাৰ যোগাৰ কৰাৰ ক্ষেত্ৰত তাই আমাৰ ওপৰত নিৰ্ভৰ কৰিব নালাগে।

আমাৰ টম্বুকেইটা ভৰা হয় মানে মই তাইক নদীখনৰ ফালে লৈ গলোঁ আৰু তাতে আমি একেলগে বিশ্ৰাম ললোঁ। এল্‌চাৰ ভৱিষ্যতৰ বিষয়ে নিশ্চিন্ত হৈ মোৰ ভাল লাগিল। এল্‌চাৰো বোধহয় একেই অৱস্থা, তাই তাইৰ ভাওৰ হাতোবাটো মোৰ কোলাত থৈ টোপনি গৈছিল। তাই হঠাৎ মূৰ তুলি জোপোহা থকা হৰিণী এটালৈ চাবলৈ লোৱাত মই সাৰ পাই গলোঁ। হৰিণীটোৱে নদীখনৰ সিটো পাৰে পাতৰ আঁৰে আঁৰে দেখা দিছিল। এল্‌চাই একো আগ্ৰহ নেদেখুৱাই

আমাৰ উপস্থিতিৰ কোনো উমান নেপাই লাহে লাহে আঁতৰি যোৱা হৰিণাটোলৈ চাই থাকিল। এল্‌চা এই মুহূৰ্ত্তত বিমানেই সুখী নহওক হৰিণীটোৰ প্ৰতি তাইৰ নিস্পৃহতাৰ কিছু পৰিমাণে তাইৰ ভৰা পেটৰ বাবেই বুলি মই জানিছিলোঁ। তাইনো বাক কি খালে?

সক সক বান্দৰ কিছুমানে গছৰ পাতৰ আঁৰৰ পৰা আমাক নিৰীক্ষণ কৰি আছিল। কিন্তু সদায় থকা আমাৰ হুলস্থুলীয়া বেবুন বন্ধুবোৰ কলৈ গ'ল? পাচত জানিলোঁ মই ভয় কৰাটোৱেও হ'ল নদীখনৰ পানীখোৱা ঘাটটোৰ ওচৰতে য'ৰ পৰা সিহঁতে তাইক জোকাইছিল তাতে বেবুনৰ নোমৰ কোঁচাবোৰ পৰি থকা দেখা পালোঁ। তাইৰ প্ৰথম চিকাৰ।

এল্‌চাৰ ভবিষ্যৎ লৈ এতিয়া আমাৰ মনবোৰ পাতল হ'লত আমি তাইৰ লগত আৰু অলপ দিনৰ বাবে থাকিবলৈ মনস্থ কৰি শেষবাৰৰ বাবে তাইৰ পৰা বিচ্ছেদ ঘটাবলৈ সুযোগ বিচাৰি অপেক্ষা কৰিলোঁ যাতে আমাৰ বিদায়ক্ষণটো বৰ মৰ্মস্পৰ্শী নহয়। আমাৰ জীৱন যাবণ আগৰ দৰেই আৰম্ভ কৰিলোঁ। এল্‌চাই অৱশ্যে খুব কমেইহে আমাক তাইৰ চকুৰ আঁতৰ হবলৈ দিছিল। যদিও তাই তাইৰ চিকাৰ কৰা অভ্যাস এৰি দিয়া নাছিল আৰু আমাৰ লগত ফুৰিবলৈ ওলাই গ'লে প্ৰায়ে এঘণ্টা সময় আমাক এৰি আছিল। এইটো আমি ভাল লক্ষণ বুলি ভাবিছিলোঁ।

অঞ্চলটো বৰ শুকান হৈ পৰিছিল। প্ৰায়ে বনজুয়ে আকাশখন পোহৰ কৰি পেলাইছিল। দুই তিন সপ্তাহতে পাতলীয়া বৰষুণজাক নিয়মমতে আহিছিল। ফটা মাটিবোৰ জীৱনদায়িনী পানীৰ বাবে পিপাসু হৈ পৰিছিল। উৰি ফুৰা মাখিবোৰ বৰকৈ ঘূৰি ফুৰি এল্‌চাক বিৰক্ত কৰিছিল, বিশেষকৈ বেলি উদয় হোৱাৰ পাচতে আৰু অস্ত যোৱাৰ আগে। তাই অধৈৰ্য্য হৈ চাপৰ জোপোহাবোৰৰ ওচৰত দৌৰাদৌৰি কৰি সিহঁতক খেদাই পঠাইছিল, কেতিয়াবা মাটিত বাগৰি গাৰ খজুৱতি মাৰিছিল। তাইৰ নিমজ গাৰ নোমবোৰ ঠৰঙা হৈ পৰিছিল।

আমাৰ কেম্পৰ জীৱনৰ পৰা তাইক মুক্ত কৰিবলৈ আমি তাইক গোটেই দিনটোৰ বাবে বাহিৰলৈ লৈ গৈছিলোঁ। ৰাতিপুৱাই ফুৰাৰ দুই তিনি ঘণ্টা সময়ৰ পাচত নদীৰ পাৰৰ ছাঁ থকা ঠাই এডোখৰত সময় কটাইছিলোঁ। আমি তাতে বনভোজ খাইছিলোঁ আৰু মই চবি আঁকিবলৈ বহী উলিয়াই লৈছিলোঁ। এল্‌চা সোনকালেই টোপনি গৈছিল তাইক গাৰু হিচাপে লৈ তাইৰ গাত ভেজাদি মই পঢ়িছিলোঁ বা শুই পৰিছিলো। জৰ্জে বেছিভাগ সময় মাছ মাৰি কটাইছিল আৰু নদীৰ পৰাই আমাৰ দুপৰীয়াৰ আহাৰ সংগ্ৰহ কৰিছিল। প্ৰথম মাছটো এল্‌চাক দিব লাগিছিল। পিচে তাই মাছটো কিছুসময় চোবাই মুখখন বিকতাই পেলাইছিল আৰু জৰ্জৰ বাকী মাছবোৰৰ বাবে কোনো আগ্ৰহ প্ৰকাশ কৰা নাছিল। হুক আৰু বন্দুক কঢ়িওৱা ল'ৰাটো বৰ ভাল বান্ধনি আছিল। সিহঁতে মাছবোৰ ধৰা মাত্ৰকে খৰিকা দি সিজাইছিল।

এবাৰ শিলৰ ওপৰত ৰ'দ লৈ থকা ঘঁৰিয়াল এটাক আমি আচৰিত কৰি দিছিলোঁ। চক্‌ খাঁই ঘৰিয়ালটোৱে ঠেক পানীৰ ধাৰা এটাত জপিয়াই পৰিল। পানীখিনি ইমান নিৰ্মল আছিল যে আমি তলিলৈকে দেখা পাইছিলোঁ। কিন্তু ঘঁৰিয়ালটো নেদেখি ক'ৰবালৈ ক'তনো যাব পাৰে ভাবি আচৰিত হলোঁ। আমি আহাৰ খাবলৈ আৰম্ভ কৰিলোঁ। এল্‌চাই পানীৰ দাঁতিত বহি আৰাম কৰিবলৈ ধৰিলে, মই তাইৰ গাত আউজি বহিলো। জৰ্জে আকৌ মাছ ধৰিবলৈ উঠি ঘঁৰিয়ালটো পানীত তেতিয়ালৈকে নথকাটো নিশ্চিত হবলৈ দীঘল মাৰি এডাল লৈ খুচিবলৈ ধৰিলে। হঠাৎ মাৰিডাল তেওঁৰ হাতৰ পৰা এচাৰ খাই পৰিল আৰু ছয়ফুট দীঘল ঘঁৰিয়াল এটা বালিৰ মাজত লুকাই থকাৰ পৰা ওলাই আহি খুঁতিটোৰ ওপৰেদি পাৰ হৈ আন এটা ডুবিত নেদেখা হৈ গ'ল। ঘঁৰিয়ালটোৱে টান মাৰিডালৰ আগটো কামুৰি ভাঙিছিল। এল্‌চাই এই ঘটনাটো মন কৰা নাছিল বাবে আৰু আমিও তাইক ঘৰিয়াল চিকাৰ কৰিবলৈ উদগনি দিব নিবিচাৰি তাৰ পৰা আঁতৰি আহিলোঁ। তাৰ অলপ পাচতে ডাঙৰ গাহৰি এটা

হুপৰীয়া পানী খাবলৈ আহিল। এল্‌চাই সাৱধানেৰে তালৈ জোপ ললে। জৰ্জে বাইকলেৰে গুলিয়াই সহায় কৰি দিয়াত এল্‌চাই গাহৰিটোৰ টেঁটুত হেচা মাৰি ধৰি উশাহ বন্ধ কৰি মাৰি পেলালে। নদীখনৰ অলপ আঁতৰত এই যুঁজখন হৈছিল। মই ভাবিছিলোঁ। এল্‌চাই তাইৰ চিকাৰটোৰে সৈতে নদীৰ কাষৰ ছাঁ থকা ঠাইত পহৰা দি থাকিবলৈ আৰামজনক হব। কেইবাবাৰো মই গাহৰিটোলৈ, পাচত নদীৰ পাৰলৈ আঙুলিয়াই দেখুৱালোঁ, "মাজি এল্‌চা", "মাজি এল্‌চা" বুলি কৈ। মাজি শব্দটো তাইৰ পৰিচিত শব্দ আছিল। তাইৰ পানীখোৱা বটলটোত পানী ভৰাবলৈ কলে মই মুকক 'মাজি' 'মাজি' বুলি কৈছিলো। এতিয়া দেখা গ'ল তাই মুকৰ পানীৰ বাবে ব্যৱহাৰ কৰা চাহিলী শব্দটোৰ অৰ্থ বুজি পাইছিল। কিয়নো তাই গাহৰিটো পানীৰ ওচৰলৈ টানি লৈ গ'ল। মৰা জন্তুটো লৈ পানীত তাই দুঘণ্টা মান খেলিলে। পানী মাৰি গাহৰিটোৰে সৈতে জাপ মাৰি জাগৰি নোযোৱালৈকে তাই খুব ফূৰ্তি কৰিছিল। অৱশেষত তাই গাহৰিটো টানি ইটো পাৰলৈ লৈ গ'ল আৰু ঘন জঙ্গলৰ মাজত লুকাই পৰিল। তাত তাই আমি কেম্পলৈ উভতি নোযোৱালৈকে ৰখি থাকিল। আমি আহিবলৈ উঠাৰ লগে লগে তাই গাহৰিটোৰে সৈতে আকৌ এইটো পাৰলৈ গুচি আহিল যাতে আমি তাইক তাতে অকলশৰে এৰি যাব নোৱাৰোঁ। আমি গাহৰিটো তাইৰ আগতে কাটিলো। মুক আৰু বন্দুকধাৰী লৰাটোক ভগাই দি আগবাঢ়িলো। তাই আমাৰ পাচে পাচে শান্তভাৱে আহি থাকিল।

তেতিয়াৰ পৰা এল্‌চাই জন্তু মাৰিলেই বহুত কষ্ট কৰি নদীৰ পানীলৈ টানি লৈ যায় আৰু গাহৰিটো লৈ খেলাৰ দৰে পানীত খেলি থাকে। এই আচৰিত আচৰণৰ কাৰণ বিচাৰি বিবুদ্ধি হলোঁ। বোধহয় তাই 'মাজি এল্‌চা', 'এল্‌চা পানী' এইটো এটা ভাল নিয়ম বুলি মানি ললে আৰু শিক্ষাৰ এটাৰ অংশ হিচাপে ধৰিলে।

এইদৰে সময়খিনি অতিবাহিত কৰাৰ বাবে আমাৰ সকলোৰে ঘনিষ্ঠতা বৃদ্ধি পাইছিল। আনকি মুক আৰু বন্দুকধাৰী ল'ৰাটো

এল্চাৰ লগত ইমান সহজ হৈ পাৰছিল যে এল্চাই সিহঁতৰ গাত আক ঘঁহাবলৈ গ'লে বা ধেমালিতে সিহঁতৰ গাত বহিলেও সিহঁতে উঠি আহিবলৈ কোনো চেষ্টা কৰা নাছিল। তাইৰ লগত একেলগে লেণ্ডৰ'ভাৰখনৰ পাচফালে বহি আহিবলৈও কুণ্ঠাবোধ কৰা নাছিল। আৰু যেতিয়া তাই তাইৰ তিনিশ পাউণ্ড ওজনৰ দেহাটোৰ ভৰ সিহঁতৰ হাড় ওলোৱা ক্ষীণ ভৰি কেইটাৰ ওপৰত থৈছিল, সিহঁতে কেৱল হাঁহিছিল। তাই সিহঁতৰ আঠুবোৰ চেলেকিলে সিহঁতেও মৰম কৰি দিছিল।

এদিন আমি নৈৰ পাৰত বিশ্ৰাম লৈ আছিলোঁ আৰু এল্চাও, আমাৰ মাজত শুই আছিল, এনেতে জৰ্জে নদীখনৰ বিপৰীত ফালে দুখন ক'লা ৰবণৰ মুখে ঘঁাহনিৰ মাজৰ পৰা আমালৈ জুমি চাই থকা দেখা পালে। সিহঁত ধেনু আৰু বিহ কাঁড়েৰে সজ্জিত কেইটামান চোৰাং চিকাৰী আছিল। সিহঁতে তাতে লুকাই থাকি পানী খাবলৈ অহা জন্তুবোৰ হত্যা কৰে। তেওঁ তৎক্ষণাত সতৰ্কতাৰ সঙ্কট দি নদীখনৰ সিটো পাৰলৈ ঢাপলি মেলিলে। মুক আৰু বন্দুকধাৰী লৰাটো পাচে পাচে গ'ল। এল্চাও হঠাৎ সচেতন হৈ পৰিল। তাই স্ফূৰ্তি কৰি এনেয়ে ভাল পাই, তাইও মানুহকেইটা ধৰিবলৈ দৌৰ মাৰি লগতে গ'ল। চোৰাং চিকাৰীকেইটা পলাই পত্ৰং দিলে। সিহঁতে গাৰলৈ গৈ "ৰাউনা গেমে" (জৰ্জক সিহঁতে দিয়া নাম) চোৰাং চিকাৰী ধৰিবলৈ সিংহ নিয়োগ কৰা কাহিনীটো কোৱা শুনিবলৈ পোৱা হলে তাৰ বিনিময়ত বহুতো দিলোঁ হয়।

এদিন নিচেই পুৱাতে উঠি আনদিনাৰ দৰে ফুৰিবলৈ যাওঁতে এল্চাই আগে আগে গৈ বাট দেখুৱাই লৈ গৈছিল। তাই আকোৰ-গোজ ভাবে এটা নিৰ্দিষ্ট দিশত গৈ আছিল। আগদিনা সেই দিশৰ পৰা বহুতো হাতীৰ থোজৰ শব্দ শুনিবলৈ পাইছিলোঁ। হঠাৎ তাই বতাহৰ গোন্ধ লৈ ৰৈ গ'ল আৰু ডিঙি মেলি খুব বেগ দি জপিয়াই আমাক তাতে এৰি গুচি গ'ল। কেই মুহূৰ্তমান পাচতে বহুত দূৰৈত সিংহ এটাৰ মাত শুনিবলৈ পাইছিলোঁ। তাই গোটেই দিনটো বাহিৰতে

কটালে। গধূলি সময়ত আমি তাইৰ আৰু এটা সিংহৰ মাত বহুত দূৰণিৰ পৰা অহা শুনিবলৈ পাইছিলোঁ। সেই ৰাতি হায়েনাবোৰ ওলোৱা দেখা গৈছিল সিহঁতৰ খেক্‌খেকনিত আমি ৰাতি শুব পৰা নাছিলোঁ। পুৱতি নিশা আমি এল্‌চাৰ খোজ অনুসৰণ কৰি কেম্পৰ পৰা কিছু নিলগত আৰু এটা সিংহৰ খোজৰ লগত একত্রিত হোৱা দেখা পালোঁ। পিচদিনা অকল তাইৰ ভৰিৰ খোজহে দেখিলোঁ। তাইৰ অনুপস্থিতিৰ চতুৰ্থ দিনা তাইৰ খোজ অনুসৰণ কৰি আমি নদী-খনৰ ইটো পাৰ পালোঁগৈ। গোটেই দিনটো তাইক বিচাৰি ফুৰি শেষত এপাল হাতীৰ মাজত আচম্বিতে প্ৰায় সোমাই পৰিলোঁ। তেতিয়া পলোৱাৰ বাহিৰে আমাৰ গত্যন্তৰ নাছিল। পঞ্চমদিনা খুব ৰাতিপুৱাই এল্‌চা ঘূৰি আহিল। তাইৰ খুব ভোক লাগিছিল। খাবলৈ দিলত পেট ফুলি যোৱাতকৈ তাই অলপ বেছিকৈয়ে খাইছিল। খাই উঠি তাই মোৰ কেম্পবেড্‌খনত শুই থাকিল। তাইৰ আচৰণে তাইক আমনি নকৰিবলৈ আমাক স্পষ্টকৈ বুজাই দিলে। পাচত তাইৰ পাচ ঠেং দুটাৰ ভাজত দুটা কামোৰৰ গভীৰ দাগ আৰু বহুত সৰু আঁচোৰ লক্ষ্য কৰিলোঁ। এইবাৰ মই চাফা কৰি দৰৱ লগাই দিছিলোঁ। তাই বৰ মৰম লগাকৈ পাতি দিছিল আৰু মোৰ গাত ধৰি বুঢ়া আঙুলিটো চুপি আছিল। আবেলি তাই ফুৰিবলৈ যাবলৈ মন নকৰিলে। তাই লেণ্ড্‌ৰ'ভাৰখনৰ ওপৰত বহি থাকিল আৰু ৰাতি হোৱাৰ লগে লগে তাই গুচি গ'ল। প্ৰায় দুঘণ্টামান পিছত আমি দূৰণিত এটা সিংহৰ গোজৰণি শুনিবলৈ পালোঁ আৰু লগে এল্‌চাৰ স'হাৰি ভাহি আহিল। প্ৰথমতে শব্দটো কেম্পৰ ওচৰৰ পৰা আহিছিল কিন্তু লাহে লাহে তাইৰ মাতটো সিংহটো থকা দিশৰ পৰা সৰুকৈ শুনিবলৈ পালোঁ। পিচদিনা তাইক কেইদিনমানৰ বাবে এৰি যোৱাৰ এয়ে সুবৰ্ণ সুযোগ বুলি ভাবিলোঁ। বনৰ সিংহৰ সংশ্ৰৱৰ পৰা তাইক ব্যাঘাত নজন্মাবলৈ আমি কেম্প উঠাই নিলো। কিয়নো সিংহটোৱে আমাৰ উপস্থিতি পচন্দ নকৰিবও পাৰে। তাই এতিয়া নিজকে চম্ভালিব পাৰিব বুলি আমি ভালকৈ জানিলোঁ। সেইবাবেই

তাইৰ সৈতে এইবাৰৰ বিচ্ছেদ আগৰবাৰতকৈ কম বেজাৰৰ হ'ল। পিচে তাইৰ জখমকেইটাৰ বাবে মোৰ চিন্তা লাগিল কিয়নো সেইবোৰ চেপ্‌টিক্‌ হৈ যোৱাৰ সম্ভাৱনা আছিল।

এসপ্তাহৰ পাচত ঘূৰি আহি এল্‌চাক দুটা পছুৰ লগত জোপ লৈ খেদাখেদি কৰি থকাত পাইছিলোঁ। সময়টো দুপৰীয়াৰ পাচতে, তেতিয়া বৰ গৰম আছিল। তথাপিও সেই আবেলি চিকাৰ কৰালৈ চাই তাইৰ চাগৈ বৰ ভোক লাগিছিল। আমাক দেখি তাই যেনেকুৱাখনহে কৰিছিল দেখি দুখ লাগি গৈছিল। আমি নিয়া মাংসখিনি তাই মোকোৰা মোকোৰে খাবলৈ ধৰিলে। তাইৰ ভপিনাৰ ওপৰত নতুন ঘা এডোখৰ দেখিলো। আগৰ ঘাবোৰত দৰব দিব লগীয়া হৈছিল। ইতিমধ্যে তাই তিনিদিনলৈকে পেট ভৰাই খাই ললে।

তৈতিয়ালৈকে এল্‌চাৰ বিষয়ে বহু দূৰ দূৰণিৰ মানুহে জনা হৈছিল। এদল আমেৰিকান খেলুৱৈ দলে তাইৰ ফটো লবলৈকে আমাক দেখা কৰিলে। তাই ৰাজকীয়ভাৱে তেওঁলোকক অভ্যৰ্থনা কৰিলে আৰু তেওঁলোকৰ মনত ৰং লগাবলৈ তাই কৰিব পৰা সকলোখিনি কৰিছিল। তাই গছত উঠিছিল, নদীত নামি খেলিছিল, মোক গৰা মাৰি ধৰিছিল, আমাৰ লগত খাবলৈ বহিছিল আৰু এনেকুৱা শান্তভাৱে আচৰণ কৰিছিল যে আমাৰ অতিথিসকলে তাই এজনী গাভৰু সিংহ বুলি আৰু বিশেষকৈ তেওঁলোক অহাৰ কিছু আগতে তাই যে এটা বনৰীয়া সিংহৰ লগত সহজে মিলামিচা কৰি আহিছিল এই কথা বিশ্বাস কৰিবলৈ টান পাইছিল।

সেই নিশা আমি এটা সিংহই মতা শুনিলোঁ আৰু এল্‌চা লগে লগে আন্ধাৰত মলি গৈছিল। তাই দুদিন বাহিৰত থাকিল। এই দুদিনত তাই অলপ সময়ৰ বাবে জৰ্জৰ টম্বুলৈ আহিছিল। তাই বৰ চেনেহী হৈ পৰিছিল। জৰ্জ শুই থাকোতে তাই জৰ্জৰ গাৰ ওপৰত বহি কেম্পবেডখন ভাঙো ভাঙো কৰিছিল। অলপ খাইয়েই তাই আকৌ গুচি গৈছিল। ৰাতিপুৱা আমি তাইৰ খোজ অনুসৰণ কৰি

কেম্পৰ কাষৰ থিয় শিলনি এখন পালোঁগৈ। ওপৰলৈ উঠি গৈ তাই ভালপোৱা ঠাইবোৰত তাইক বিচাৰি বিফল হৈ আগুৱাই গৈ ডাঠ ঘাঁহনি এডৰাত প্ৰায় তাইৰ গাতে আহি পৰিছিলোঁ। আমি তাইক নেদেখালৈকে নিশ্চয় তাই মনে মনে আছিল। তাই নিৰবে থাকিবলৈ ইচ্ছা কৰা সত্ত্বেও আমাক দেখি আগৰ দৰে মৰম জনালে আৰু আমাক দেখি খুব আনন্দ পোৱা যেনো দেখুৱালে। আমি তাইৰ ইচ্ছাৰ প্ৰতি সম্মান জনাই বুদ্ধি কৰি তাইক অকলে এৰি আঁতৰি আহিলোঁ। সেইদিনা সন্ধিয়া আমি এটা সিংহৰ গোজৰণি শুনিছিলো লগতে নদীখনৰ সিকাষৰ পৰা অহা হায়েনাৰ চিঞৰবোৰ। অলপ পাচতে কেম্পৰ ওচৰত এল্চাৰ মাত শুনিলোঁ। বোধহয় তাই তাইৰ প্ৰভুৰ পৰা আঁতৰি থাকিবলৈ অভ্যাস কৰিছিল। আৰু তাইৰ প্ৰভুক পেট ভৰাই তাৰ চিকাৰ খাবলৈ সুবিধা কৰি দিছিল। তাৰ পাচতহে তাই পৰিচৰ্য্যা বিচাৰি যেন ওচৰ চাপিছিল। ৰাতি এবাৰ তাই জৰ্জৰ টম্বুলৈ আহি তেওঁৰ গাত বৰ মৰমেৰে হাতোৰা এটা থৈ সৰু সৰু কৈ মাও মাও কৰি যেন কব বিচাৰিছিল, "তুমিতো জানাই মই তোমাক ভাল পাওঁ। কিন্তু বাহিৰত মোৰ বন্ধু এজন বৈ আছে মই তেওঁৰ ওচৰলৈ যাবই লাগিব। আশাকৰোঁ তুমি বুজিবা।" তাৰ পাচতে তাই গুচি গৈছিল। পিচদিনা ৰাতিপুৱাতে কেম্পৰ কাষত এটা ডাঙৰ সিংহৰ খোজৰ চিন দেখা পাইছিলোঁ। এল্চাই জৰ্জৰ টম্বুলৈ গৈ তেওঁক বুজাবলৈ যাওঁতে সি নিশ্চয় তাতে বৈ আছিল। তাই তিনিদিন বাহিৰত থাকিল কেৱল, প্ৰতিদিনে সন্ধিয়া অলপ সময়ৰ বাবে আমাক মৰম লগাবলৈ আহি তাইলৈ থোৱা মাংসও স্পৰ্শ নকৰাকৈ গুচি গৈছিল। এইদৰে ওলাই গৈ ঘূৰি আহোঁতে তাইক আগতকৈ বেছি মৰমিয়াল হোৱা দেখা গৈছিল। আমাক অৱহেলা কৰি থকাৰ বাবে তাই চাগৈ ক্ষতিপূৰণ কৰিব বিচাৰিছিল।

বৰষুণ আৰম্ভ হবলৈ ধৰিলে, লগতে সচৰাচৰ দৰে এল্চাৰ শৰীৰৰ শক্তি আৰু ধেমালি বৃদ্ধি পালে। লুকাই থকাৰ পৰা তাই হঠাৎ ওলাই দিবলৈ ভাল পাইছিল। আমাৰ দলটোৰ ভিতৰত তাই আটাইতকৈ

ভালপোৱা সিংহজনী মই আছিলোঁ। তাই মোৰ প্ৰতি বেছি মনোযোগ দিছিল। গতিকে এল্‌চাৰ কোমল মধুৰ শৰীৰটো মোৰ ওপৰত লৈ মই মাটিত বাগৰিব লগাত পৰিছিল, তথাপি আভৰাই দিলতহে তত্‌ পাইছিলোঁ। তাই মৰমতে মোক এইদৰে কৰিছিল যদিও এই অভ্যাসটো বন্ধ কৰিব লগা হৈছিল। কিয়নো আনৰ সহায় নোলোৱাকৈ তাইক মোৰ গাৰ ওপৰৰ পৰা আঁতৰোৱাটো মোৰ পক্ষে সম্ভৱ নাছিল। মোৰ মাতটোতে তাই পাচত বুজিছিল খেলটো ভাল নহয়। পাচত তাই মোৰ গাৰ কাষে জাপ মাৰিলেও শেষ মুহূৰ্তত নিজকে চম্ভালি বৰ গহীনভাৱে লাহেকৈ মোৰ ওচৰ পাইছিল।

প্ৰথমজাক বৰষুণ হৈ যোৱাৰ পাচত শুকান ধোৱা বৰণীয়া কাঁইটৰ জোপোহাবোৰে কেইদিনমানতে ৰং সলাই ইডেন গাৰ্ডেন অৰ্থাৎ নন্দন কাননৰ দৰে হৈ পৰিল। প্ৰত্যেকটো ধূলিকণাৰ পৰা একোটা গজালি ওলাই পৰিল। ধুনীয়াকৈ গজি উঠা সৰু সৰু গজালিবে পদ পথবোৰত আমি খোজ কাঢ়িছিলোঁ। প্ৰত্যেকটো জোপোহা যেন বগা, গেলেনীয়া বা হালধীয়া ফুলৰ একোটা। কিন্তু খোজ কাঢ়ি ফুৰি যিমানেই ভাল নালাগক আমাৰ চিন্তা বেছি হৈছিল কিয়নো বাটৰ অলপ দূৰলৈকেহে দেখা পোৱা গৈছিল। য'তে ত'তে পানীৰ ডোঙাবোৰ আছিল আৰু প্ৰত্যেকটোতে জন্তুবোৰৰ নতুন খোজৰ চিন পৰিছিল। এল্‌চাই জোপোহাবোৰৰ সুবিধা পূৰামাত্ৰাই লৈছিল। কেতিয়াবা আমি তাইক পছু এটা লৈ জোপ লৈ থাকি আমাৰ কাষে খেদি অহা দেখিছিলোঁ। কেতিয়াবা তাই পছুটো খেদি গ'লে আমি পাচে পাচে গৈছিলোঁ। সিহঁতে পকাই পকাই গ'লে তাই বুদ্ধিৰে বাট পোনাই গৈছিল। অৱশ্যে সেই কেইদিনত তাই খুব ভালকৈ পেট ভৰাই খোৱাবাবে এই চিকাৰবোৰত মনোযোগ দিয়া কামতকৈ খেল হিচাপেহে লৈছিল।

এদিন ৰাতিপুৱা আমি মনে মনে নদীৰ পাৰত দিনটো কটাবৰ উদ্দেশ্যেৰে ফুৰিছিলোঁ। এল্‌চা আমাৰ লগত আছিল, তাইৰ অফুৰন্ত শক্তি। তাই নেজডাল পকাই আছিল, তাইৰ খুব স্ফূৰ্তি লাগিছিল।

দুঘন্টা ফুৰাৰ পাচত পুৱাৰ চাহ খাবলৈ আমি ঠাই এডোখৰ বিচাৰিলোঁ, এনেতে ভাইক হঠাতে বৈ যোৱা দেখিলোঁ। উত্তেজনাত ভাইৰ কাণকিথন থিয় আৰু গাটো ঠৰঙা হৈ পৰিছিল। পাচ মুহূর্ততে তাই দৌৰ মাৰিলে আৰু শিলবোৰ জপিয়াই জপিয়াই পাৰ হৈ ঘাঁহনিৰ মাজত নেদেখা হ'ল। সেইখিনিতে নৈখন শিলবোৰে আগুৰি আছিল। পানীৰ মাজত কেইবাটাও দ্বীপৰ সৃষ্টি হৈছিল। প্ৰত্যেকটোৱেই ভেদ কৰিব নোৱাৰা জোপোহা, পৰি থকা গছ আৰু পানীয়ে উঠাই অনা আবৰ্জনাৰে দ'ম খাই আছিল। তাই কি খেদি গৈছিল জানিবলৈ আমি বৈ থাকি মই ভবাৰ দৰেই হাতীৰ খোজৰ শব্দ শুনিবলৈ পাইছিলোঁ। গুমগুমনি শব্দ এটাই বতাহ কঁপাই তুলিছিল। হাবি ডৰাত এটাতকৈ যে বেছি হাতী আছিল মই ধৰিব পাৰিছিলোঁ। জৰ্জে মানি লোৱা নাছিল। তেওঁ কৈছিল শব্দটো ম'হ এটাইহে কৰিছে। বিভিন্ন সময়ত অসংখ্য ম'হে ভাৱভঙ্গী প্ৰকাশ কৰাৰ শব্দ শুনিছিলোঁ। কিন্তু হাতীৰ দৰে শব্দ কৰা কেতিয়াও শুনা নাছিলোঁ। আমি পাঁচ মিনিট অপেক্ষা কৰিছিলোঁ, ভাবিছিলোঁ এল্চা নিশ্চয় তাইৰ এই বৃহৎ আকাৰৰ বন্ধুবোৰৰ লগত বিৰক্ত হব আৰু সেয়েই হৈছিল। বৰ গভীৰ হুৰমুৰ শব্দ এটা হ'ল। কি হ'ল মই গম ধৰিব পৰাৰ আগতে জৰ্জে শিলটোৰ পৰা জাপমাৰি নামি দিলে, তেওঁ কৈছিল, "এল্চা বিপদত পৰিছে।" মই তেওঁৰ পাচে পাচে বেগাই যাব ধৰিলোঁ কিন্তু আমাৰ আগলৈ বৰ ডাঙৰ যুদ্ধ বাগৰৰ আৰ্তনাদ শুনি বৈ গলো। জোপোহাবোৰৰ মাজেৰে জুমি চাই থাকোঁতে মই বৰ উদ্বিগ্ন হৈ পৰিছিলোঁ। কিয়নো যেই কোনো মুহূর্ততে খঙাল হাতী এটা ওলাই আহি তাৰ বাটত পৰা সকলোবিলাককে খাহিমুহি শেষ কৰি পেলাব। মনে জানি মই লগৰ মানুহকেইটাৰে সৈতে বৈ দিলোঁ, জৰ্জকো আগবাঢ়ি নাযাবলৈ চিঞৰিলো। কিন্তু তেওঁক একোৱে বাধা দি ৰাখিব নোৱাৰিলে। বনলতাৰে আবৃত হাবিৰ মাজত তেওঁ অদৃশ্য হৈ পৰিল। কাণতাল মৰা এটা শব্দ, লগে লগে জৰ্জৰ চিঞৰ, "আহা, খৰকৈ আহা" কাণত পৰিল। মোৰ কলিজা জঠৰ হৈ পৰিছিল কিবা এক দুৰ্ঘটনাৰ আশঙ্কাত। হাবিৰ মাজেদি বেগাই

গৈ থাকোঁতে নানা ভয়াবহ দৃশ্য মোৰ মানস পটত ভাহিবলৈ ধৰিলে। ভগৱানৰ কৃপাত অলপ পাচতে পাতৰ মাজেৰে ৰ'দত মাটিয়া হোৱা জৰ্জৰ পিঠিখন দেখিবলৈ পালোঁ। তেওঁ থিয় দি আছিল গতিকে সকলো নিশ্চয় ঠিকেই আছিল। তেওঁ আকৌ খৰকৈ আহিবলৈ চিঞৰিলে। জোপোহাবোৰৰ মাজেৰে অৱশেষত নদীখনৰ কাষ পাই এলচাক ভিতি বুৰি পানীৰ মাজত ম'হ এটাৰ ওপৰত উঠি থকা দেখিলোঁ। মোৰ নিজৰ চকুকে বিশ্বাস কৰিবলৈ টান লাগিল; এটা গোনা ম'হৰ মূৰটো নিঃসহায়ভাবে পানীত আধা ডুব গৈ আছিল আৰু এলচাই তাৰ ভাঠি চালখনত কামুৰি কামুৰি কেওকালৰ পৰা আক্ৰমণ কৰিছিল। মোৰ "হাতীৰ আৱাজ" শুনাৰ দহ মিনিট পাচৰ পৰা কি কাণ্ড ঘটিছিল এতিয়া তাৰ প্ৰত্যক্ষ ধাৰণা কৰিব পাৰিলোঁ। নদীৰ কাষত বিশ্ৰাম লৈ থকা এটা বয়সিয়াল গোনা ম'হক এলচাই হয়তো জোকাই লৈছিল আৰু নদীৰ ফালে খেদি পঠিয়াইছিল। পাৰ হবলৈ চেষ্টা কৰি হয়তো ম'হটো শিলত পিচল খাই পানীৰ সোঁতত পৰি গ'ল আৰু এলচাই এই সুযোগতে তাৰ ওপৰত জপিয়াই পৰি যিমান সময় পাৰে আধা ডুবি নোযোৱালৈকে পানীত মূৰটো হেঁচি ৰাখিলে। হায়ৰাণ হৈ ম'হটো আৰু উঠিও আহিব নোৱাৰা হ'ল। তেতিয়া এলচাই তাক পাচ ভৰিৰ মাজৰ কোমল অংশত আঘাত হানি কামুৰিব ধৰিলে। আমি আহি পালতো তাইক কামুৰি থকা দেখিলোঁ। জৰ্জে বন্দুক টোঁৱাই ৰৈ আছিল। এলচা আঁতৰি দিয়াৰ প্ৰথম সুযোগতে এলচাক নিৰাপদ কৰি জৰ্জে দুৰ্ভগীয়া ম'হটোলৈ গুলিয়াই তাৰ কষ্টৰ অৱসান ঘটালে। গুলি মৰাৰ লগে লগে নুকৰে কৰ্কালৈকে দপানীত নামি প্ৰবল সোঁতৰ বিপৰীতে ম'হটোৰ ফালে অগ্ৰসৰ হ'ল। এই পৰ্বতাকাৰ মাংসৰ প্ৰলোভন সি সম্বৰণ কৰিব নোৱাৰিলে। কিন্তু ধৰ্মত মুছলমান হোৱা বাবে মৰাৰ আগতে জন্তুটোৰ নেলুভাল কাটিলেহে সি তাৰ মাংস খাব পাৰিব। সময় নষ্ট নকৰি পানীৰ তলত লুকাই থকা পিচল শিলবোৰৰ মাজে মাজে সি আগবাঢ়িছিল। ম'হটোৰ পিঠিৰ ওপৰৰ পৰা এলচাই তাৰ প্ৰতিটো পদক্ষেপ উত্তেজিত হৈ লক্ষ্য কৰি

আছিল। এল্‌চাই মুকক পোৱালী অৱস্থাৰ পৰা পাইছিল আৰু তাৰ লগত সকলো ধৰণৰ অন্তৰঙ্গতা গঢ়ি উঠিছিল যদিও এতিয়া তাই তাৰ প্ৰতি বৰ সন্দিহান হৈ পৰিল। কাণকেইখন পেলাই, ধমকিৰ গোজৰণি দি তাইৰ ম'হটো তাইৰ 'ধাত্ৰীৰ' পৰাও ৰক্ষা কৰিবলৈ লৈ সঁচাকৈয়ে বৰ সাংঘাতিক ৰূপ লৈছিল। ভীষণ খকৰ দ্বাৰা প্ৰভাবান্বিত হৈ তাইৰ ভাবুকিলৈ কোনো ভ্ৰূক্ষেপ নকৰি ক্ষীণ দেহৰ দুৰ্বল মানুহটো চট্‌ফটাই থকা ম'হ এটাৰ ওপৰত উঠি ভয়লগাকৈ গোজৰি থকা সিংহজনীৰ ফালে নিৰ্ভীকভাৱে আগুৱাই গৈ থকা দৃশ্যটো বেছ হাস্যজনক আছিল। আগবাঢ়ি গৈ থাকোতে তাইলৈ তৰ্জনী টোৱাই সি 'ন', 'ন' বুলি কৈ গৈছিল। অবিশ্বাস্য যেন লাগিলেও এল্‌চাই তাৰ কথাত সৈমান হৈ ম'হটোৰ ওপৰত শান্ত হৈ বহি থাকি মুকক ম'হটোৰ নেলুটো কাটিবলৈ দিলে।

ইয়াৰ পাচৰ সমস্যা হ'ল মৰা জন্তুটো পানীৰ পৰা উঠাই অনা। পিচল শিলবোৰৰ মাজেৰে আমি তাক টানি আনিব লগা হৈছিল। এনে পৰিস্থিতিত আৰু উত্তেজিত হৈ থকা সিংহ এজনীৰ তদাৰকত কামটো কৰা বৰ সহজ নাছিল। কিন্তু বুদ্ধিমতী এল্‌চাই কি কৰিব লাগে গম পালে। মানুকেইটাই মূৰত, ভৰিত ধৰি আগফালৰ পৰা টানিবলৈ ধৰাত তাই ম'হটোৰ নেজৰ গুৰিত ধৰি ঠেলিলে। অৱশেষত ম'হটো পানীৰ ওপৰলৈ উঠাবলৈ সক্ষম হ'ল। এল্‌চাৰ ঠেলাঠেলি দেখি সকলোৱে হাঁহি উঠিছিল। তাৰ মাজতে ম'হটো উঠাই আনি কটা হ'ল। এই কামটোতো এল্‌চাই সহায় কৰি দিলে। এটা এটাকৈ গধুৰ ঠেংবোৰ কটা হলেই এল্‌চাই টানি নি ছাঁত থৈ ল'ৰা কেইটাক কামটোৰ পৰা বেহাই দিছিল। ভাগ্যক্রমে আমি লেণ্ডৰ'-ভাৰখন সেই ঠাইখিনিৰ পৰা এমাইল ওচৰলৈকে আনিব পাৰিছিলোঁ আৰু প্ৰায় গোটেইখিনি মাংসই কেম্পলৈ লৈ আনিব পৰা হ'ল। এল্‌চা বৰ হায়ৰাণ হৈ গৈছিল। কিয়নো সেই প্ৰকাণ্ড জন্তুটোৰ লগত যুঁজি থাকোতে তাই হয়তো বহুত পানী খালে, তাৰোপৰি নদীৰ কোবাল সোঁতত তাই দুঘণ্টা জুৰি তিতিলৈকে ডুবি আছিল। ইমান ভাগৰ

লাগিছিল যদিও তাই চিকাৰটোৰ ওচৰৰ পৰা আঁতৰ হোৱা নাছিল। গোটেইখিনি ঠিকমতে আনি কাটি খোৱাৰ পাচতহে তাই ঘন জোপোহাৰ তলত জিৰাবলৈ গৈছিল।

কিছু সময়ৰ পাচত মই তাইৰ ওচৰলৈ গ'লত তাই মোৰ হাতত চেলেকি হাতোবাৰে সাৱটি ধৰি মোক তাইৰ ভিতি থকা গাটো লগাই দিলে। বাতিপুৱাৰ এই উত্তেজনাৰ পাচত আমি বিশ্ৰাম লৈছিলোঁ। তাইৰ নম্ৰতা দেখি আৰু মোৰ ছালত আঁচোৰ এটা নপৰাকৈ তাই মোক মৰম কৰা দেখি মই বৰ অভিভূত হৈ পৰিছিলোঁ। এই হাতোবাকেইটাৰেই তাই অলপ সময়ৰ আগতে এটা মহা বলবান গোনা ম'হৰ ডাঠ ছালখনত আঘাত হানিছিল। বনৰীয়া সিংহ এটাৰ বাবেও অকলে এটা গোনা ম'হ বধ কৰাটো ডাঙৰ কথা। এলচাৰ কথাটো বাদেই তাই কিছুদিনৰ পৰাহে চিকাৰ কৰিবলৈ শিকিছে তাকো তাইৰ নগণ্য তোলনীয়া মাক-দেউতাকৰ পৰাহে। নদীখন থকাৰ বাবে তাইৰ সুবিধা হৈছিল যদিও তাক কামত লগাবলৈ তাই যথেষ্ট বুদ্ধি খটাবলগীয়াত পৰিছিল। তাইক লৈ মোৰ বেছ গৰ্ব হৈছিল।

গধূলি সময়ত আমি কেম্পলৈ উভতি আহোতে জিৰাফ এটাই পানী খাই থকা দেখা পাইছিলোঁ। এলচাই তাইৰ ক্লান্তি পাহৰি থেদি গ'ল। তাই জিৰাফটোৱে নেদেখাকৈ বৰ সাৱধানেৰে পানী নিসিচাকৈ বতাহৰ গতিৰ কালে গৈ নদীখন পাৰ হ'ল আৰু পাৰৰ জোপোহাবোৰৰ আঁৰ লৈ নেদেখা হ'ল। জিৰাফটোৱে কোনো আগন্তুক বিপদৰ কথা নাজানি আগঠেংকেইটা মেলি ভিঙি মেলি পানী খাবলৈ লৈছিল। আমি উশাহ বন্ধ কৰি যেই কোনো মুহূৰ্ত্ততে এলচাই জোপোহাৰ পৰা জপমাৰি ওলাই আহি জিৰাফটোক আক্ৰমণ কৰিব বুলি ভাবি বৈ আছিলোঁ। পিচে আমি ভালেই পালোঁ, জিৰাফটোৱে ঠিক সময়ত এলচাৰ উপস্থিতি অনুমান কৰি বা শব্দ শুনি খুব খৰকৈ ততাতৈয়াকৈ ঘূৰি দীঘল দীঘল ঠেং মেলি জঁপিয়াই আঁতৰি গ'ল। জিৰাফটোৰ ভাগ্য ভাল আছিল। এলচাই পেট ভৰাই ম'হৰ

মাংস খাই লোৱাৰ বাবে সাৰি গ'ল। তাইৰ দিনটোৰ দুঃসাহসীকতাৰ শেষ হোৱা নাছিল। তাই এতিয়া ভাঙৰ হলেই চিকাৰটো ভাল এইটো ধাৰণা কৰিলে। এনেতে জন্তু অহা বাটেৰে হাতী এটা নদীলৈ পানী খাবলৈ লাহে লাহে আহিল। আমি লৰালৰিকৈ আঁতৰি গ'লো। কিন্তু এল্চা তাৰ বাটৰ সোঁমাজতে বহি থাকিল। হাতীটো ওচৰ পালতহে হঠাৎ জাপমাৰি আঁতৰি গ'ল। হাতীটোৱেও উভতি বেগাই খোজ ললে। ইয়াৰ পাচত তাই আমাক অনুসৰণ কৰি শান্তভাৱে আহি কেম্প পালেহি। জৰ্জৰ বিচনাত ঠেং মেলি গা এৰি দি তৎক্ষণাত টোপনি গ'ল। এদিনৰ বাবে তাইৰ কামৰ লেখ বেয়া নাছিল। কিছু সময়ৰ পাচত আমি নদীৰ পাৰৰ ছাঁ থকা ঠাঁলে ফুৰোঁতে বাম লেগুন এটাৰ বোকাত ৩ ফুট ব্যাসৰ চৰিয়াৰ দৰে দ গাঁতবোৰ দেখিছিলোঁ। সেইবোৰ টিলাপিয়া মাছৰ কণী পৰা ঠাই বুলি জৰ্জে আমাক কৈছিল। এই মাছটো তেতিয়ালৈকে আমি নদীত দেখা নাছিলোঁ। আমি বোকাৰ এই গাঁতবোৰ পৰীক্ষা কৰি থাকোঁতে এল্চাই জোপোহা এটাৰ ওচৰত কৈ বৰ মনোযোগ দি গোন্ধ লৈ আছিল আৰু নাকটো কোঁচাই পেলাইছিল। আন সিংহৰ গোন্ধ পালেই তাই এনেদৰে কৰিছিল। তেনেতে সিংহৰ খোজ বালিত দেখিবলৈ পালোঁ। এল্চাই সশব্দে পাও পাও কৰি খোজবোৰ অনুসৰণ কৰিবলৈ ধৰিলে আৰু হাবিৰ মাজত সোমাই পৰি নেদেখা হ'ল। গোটেই ৰাতি আৰু পাচদিনাও তাই বাহিৰতে থাকিল। আবেলি সময়ত বিচাৰি গৈ তাই ভালপোৱা শিলটোৰ ওপৰতে ফিল্ড গ্লাচৰ সহায়ত তাইক বহি থকা দেখা পালোঁ। তায়ো বোধহয় আমাক দেখা পাইছিল কিয়নো তাই মতা শুনিলোঁ। অৱশ্যে তাই তাৰপৰা লৰচৰ কৰিবলৈ কোনো চেষ্টা নকৰিলে। বনৰীয়া সিংহৰ ওচৰত তাই থকা বুলি ভাবি আমি হকা বধা নকৰি গুচি আহিলোঁ। আটাইবোৰ টোপনি যোৱাৰ পাচত জৰ্জে বিষত কষ্ট পাই কন্দা জন্তুৰ বিননি শুনিবলৈ পালে। অলপ পাচতে এল্চা তেওঁৰ টম্বুলৈ সোমাই আহি জৰ্জৰ বিচনাৰ কাষতে শুই পৰিল। তাই হাতোবাৰে তেওঁক

বাৰে বাৰে মৰম কৰি কিবা যেন কব বিচাৰিছিল। কেইমিনিটমান' থকাৰ পাচত তাই আকৌ গুচি গৈছিল। গোটেই নিশা আৰু পাচ-দিনাও তাই অহা নাছিল।

পিচদিনা ৰাতি আমি আহাৰ খাই থাকোঁতে তাই টঙালৈ সোমাই আহিল। মোৰ গাত মৰমেৰে মূৰটো ঘঁহাই দিলে আৰু আকৌ ওলাই গৈ নিশাটো বাহিৰতে কটালে। ৰাতিপুৱা বহুত দূৰলৈকে আমি তাইৰ খোজ অনুসৰণ কৰিছিলোঁ। খোজৰ চিন আৰু বহুত দূৰলৈকে যোৱা দেখিলোঁ। তাই সেই নিশাও আহিব নোৱাৰিলে। তিনিদিন ধৰি তাই বাহিৰত আছিল কেৱল মাজে মাজে অলপ সময়ৰ বাবে আহি আমাক তাইৰ মৰম জনাই গৈছিল। হয়তো এইদৰে মৰ্মন্তুদভাবে তাই আমাক জনাবলৈ চেষ্টা কৰিছিল তাই তাইৰ লগৰীয়া বিচাৰি পালে আৰু আমাক তাই তেতিয়াও ভাল পাইছিল যদিও আমাৰ বান্ধোন খুলিব বিচাৰে।

ৰাতি সিংহৰ ভীষণ গোজৰণি আৰু হায়েনাৰ হাঁহি খিকিন্দালিত টোপনি যাব নোৱাৰিলোঁ। যেহ কোনো মুহূৰ্ত্তে এল্চা সোমাই আহিব বুলি আমি কাণ খিয় কৰি আছিলোঁ কিন্তু ৰাতি পুৱাল, তাই পিচে নাহিল। পোহৰ হোৱাৰ লগে লগে আমি ৰাতি সিংহৰ গোজৰণিৰ শব্দ অহাৰফালে আগবাঢ়ি গলোঁ। আমাৰ নামনিত নদীখনৰ দাঁতিৰ ডাঠ বননিখনৰ পৰা সিংহৰ স্পষ্ট গেৰগেৰনি শুনিবলৈ পালোঁ। একে সময়তে এটা হৰিণা আৰু কিছুমান বান্দৰে ভয়তে বিহ্বল হৈ জোপোহাৰ মাজেদি দৌৰ মাৰিছিল। ডাঠ বননিখনৰ মাজেৰে সাৱধানেৰে জুপি জুপি গৈ বালিত আম দুটা বা তিনিটা সিংহৰ খোজৰ চিন দেখিছিলোঁ। এইবোৰ নদীখনৰ সিটো পাৰলৈকে গৈছিল। খুপি খুপ আমি তেতিয়ালৈকে তিতা থকা খোজবোৰ নদীখনৰ সিটো পাৰলৈকে অনুসৰণ কৰিলোঁ। ডাঠ জোপোহাৰ মাজেদি জুমি চাই পঞ্চাচ গজৰ ওচৰতে এটা সিংহৰ আকৃতি দেখিলোঁ। এল্চা নেকি বুলি মই ভালকৈ জুমি চাই থাকোঁতে জৰ্জে তাইক মাতিবলৈ ধৰিলে। তাই আমাৰ পৰা আঁতাৰ গুচ গ'ল। জৰ্জে আকৌ মাতিব ধৰাত

তাই জন্ত অহা বাটেৰে আৰু থৰকৈ আঁতৰি গ'ল। তাইৰ নেজৰ আগৰ ক'লা নোমখিনি জোপোহাৰ মাজত শেষ বাৰৰ বাবে পাক খাই নেদেখা হ'ল। আমি ইজনে সিজনৰ মুখলৈ চালোঁ। তাই তাইৰ অদৃষ্ট বিচাৰি পালে নেকি? আমি মতা তাই নিশ্চয় শুনিছিল যদিও সিংহবোৰক অনুসৰণ কৰি তাইৰ ভৱিষ্যৎ তাই ঠিক কৰি পেলালে। তাইৰ স্বাভাৱিক জীৱনযাত্ৰালৈ তাইক ঘূৰাই পঠোৱাৰ আকাঙ্ক্ষা আমাৰ পূৰ্ণ হ'ল নেকি? তাইৰ মনত কোনো দুখ নিদিয়াকৈ আমাৰ পৰা তাইক আঁতৰাই পঠোৱাত আমি সফল হলোঁ নেকি?

আমি অকলেই কেম্পলৈ উভতি আহিলোঁ, মনটোত বৰ দুখ লাগিল। আমি তাইক এতিয়াই এৰি থৈ গুচি গৈ আমাৰ জীৱনৰ এটা অধ্যায় শেষ কৰা উচিত হব নেকি বাৰু? আৰু কেইটামান দিন বাট চাই এল্‌চাক সিংহৰ দলটোৱে গ্ৰহণ কৰিছে নে নাই জানি লোৱা উচিত বুলি জৰ্জে ভাবিলে। মই মোৰ নদীৰ পাৰৰ ষ্টুডিঅ'টোলৈ গলোঁ আৰু এল্‌চাৰ বিষয়ে লেখা কাহিনীত মনোনিবেশ কৰিলোঁ, যিজনী এল্‌চা আজি ৰাতিপুৱালৈকে আমাৰ লগত আছিল। অকলশৰীয়া হৈ মোৰ বৰ বেজাৰ লাগিল। কিন্তু এই মুহূৰ্তত এল্‌চাই তাইৰ কোমল ছালখন আন এটা সিংহৰ কোমল ছালত ঘঁহাই তাৰ লগত গছৰ ছাঁত মোৰ সতে জিৰোৱাৰ দৰে জিৰাই থকাৰ কথা কল্পনা কৰি মই নিজে সুখী হবলৈ চেষ্টা কৰিছিলোঁ।

দশম অধ্যায়

## পৰৱৰ্ত্তী লেখনী

তিনি বছৰবো অধিক কাল এনে সান্নিধ্যত থাকি তাই নিজে আমাৰ লগ নিবিচৰালৈকে তাইৰ সকলো সংস্পৰ্শৰ পৰা বঞ্চিত হব লগা হোৱাটো আমাৰ পক্ষে একপ্ৰকাৰ অসম্ভৱ যেন লাগিছিল।

জৰ্জে তেওঁৰ কৰ্তব্যত পৰি প্ৰায়ে ইফালে সিফালে যাব লগাত পৰিছিল। এল্‌চা থকা অঞ্চলটোলৈ তিনি সপ্তাহৰ মূৰে মূৰে যাবলৈ আমি প্ৰয়াস কৰিছিলোঁ। কেম্পলৈ আহিয়ে আমি দুই এজাই গুলি বা পোহৰৰ সঙ্কেট মাৰি পঠাইছিলোঁ। আৰু প্ৰত্যেকবাৰেই তাই কেই-ঘণ্টামানৰ ভিতৰতে দৌৰি কেম্পলৈ আহি আমাক আদৰ অভ্যৰ্থনা জনাইছিল আৰু আগতকৈ বেছি মৰম কৰিছিল। এবাৰ তাই আহে-মানে পোন্ধৰ ঘণ্টা পাৰ হৈছিল। তাই হয়তো বহুত দূৰত আছিল আৰু কিবা অলৌকিকভাবে আমি অহাৰ গম পাইছিল। আমি থকা তিনিটা দিনত তাই আমাক তাইৰ দৃষ্টিৰ অগোচৰ হবলৈ নিদিছিল আৰু আমাৰ লগত থাকিবলৈ পাই আনন্দত অভিভূত হৈ পৰিছিল।

আমাৰ আহিবৰ সময় হলত, টম্বুবোৰ খোলামেলা কৰি গাড়ীত উঠাইমানে জৰ্জে দহমাইল আঁতৰলৈ গৈ এল্‌চাক বিদায়ৰ সময়ৰ উপহাৰ হিচাপে দি যাবলৈ এটা পছু বা গাহৰি মাৰি আনিছিল। সেই সময়খিনিতে মই এল্‌চাক লৈ ভাওৰ গছজোপাৰ তলৰ মোৰ ষ্টুডিষ্ট'টোলৈ গৈ তাইক কাষত লৈ বহি পৰিছিলোঁ। আৰু তাইৰ মনটো আনফালে ঘূৰাবলৈ চেষ্টা কৰিছিলোঁ। পছুটো অনা মাত্ৰে তাই ভালদৰে খাই লৈছিল। তাইক অৱশ্যে আমি শকত আৰত হৈ ঠিকেই থকা পাইছিলোঁ। তাই কেতিয়াবাই নিজে চিকাৰ কৰিবলৈ শিকিছিল বাৰে আহাৰৰ বাবে আমাৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হোৱা নাছিল। তাই খাই থাকোতে বোজাই কৰা গাড়ীবোৰ এমাইলমান

ওঁতবলৈ লৈ যোৱা হৈছিল। তাইৰ টোপনিতাৰ আহোতেই আমি মনে মনে আঁতৰি আহিছিলোঁ।

বিদায় মুহূৰ্তৰ আগতে তাই কেতিয়াবা একেবাৰে আঁতৰ হৈ থাকে আৰু আমাৰ পৰা মুখ ঘূৰাই আনফালে চাই থাকে। আমাৰ লগত তাই থাকিবলৈ বৰকৈ ইচ্ছা কৰে যদিও আমি যামগৈ বুলি গম পালে তাই এইদৰে বেথা লগাকৈ গহীনভাবে নিজকে সংযত কৰি বিদায়ৰ ক্ষণটো সহজ কৰি তোলে। ই ঘটনাক্রমে যে মিলি যায়, এনে নহয় কিয়নো প্রত্যেকবাৰেই তাই এনে কৰে।

এলচাৰ বিষয়ে লিখা কিতাপখন প্রকাশৰ বাবে ইংলণ্ডলৈ ঘূৰি অহাৰ আগতে মই শেষৰ কথাখিনি লিখিছিলোঁ। মই লণ্ডনত থকা সময়ত জৰ্জে তেওঁ এলচাক লৈ লগ পোৱাৰ কথা আৰু তাইৰ বিষয়ে বিশদভাবে লিখা তেওঁৰ চিঠিবোৰৰ যোগেদি মোক জনাইছিল। তাৰপৰা প্রমাণ হৈছিল তাই বন্য জীৱন আৰু আমাৰ লগৰ সম্বন্ধ বজাই ৰাখিবলৈ কেৱল যে সমৰ্থ হৈছিল এনে নহয় তাই আমাক একে লগৰ বুলি ভাবিছিল, ই এটা পোহনীয়া কুকুৰ আৰু গৰাকীৰ সম্বন্ধৰ দৰে নাছিল।

**ইচি'অলু, ৫ মাৰ্চ ১৯৫৯**

'লবি'খন বেয়া হোৱা বাবে আৰু ট্রেইলৰখনো ভালে নথকাত এলচাক চাবলৈ মই ২৫ তাৰিখেহে যাওঁ হ'ব পাৰিলোঁ। মই গৈ পোৱাৰ ১৫ মিনিট পাচতে এলচা নদীখনৰ সিপাৰৰ পৰা ওলালহি। তাই ডিজেল লবিখনৰ শব্দ শুনিছিল বোধ হয়। তাইক ঠিকেই দেখা গৈছিল। কিন্তু অলপ ক্ষীণাইছিল আৰু তাইৰ বৰ ভোক লাগি থকা যেন লাগিছিল। আগৰ দৰেই মোক পাই তাই বৰ স্ফুর্তি কৰিলে, পাচতহে তাইলৈ নিয়া মাংস খাবলৈ লৈছিল। প্রথম দিনৰে দৰে পাচত তাইক ক্ষীণ নদেখিলোঁ। কেই দিনমানতে তাই শকত হ'ল আৰু আগৰ দৰে সবল দেখিলোঁ। প্রকৃততে তোমাক নেদেখি তাই অলপ বিমোৰত পৰিছিল আৰু বাৰে বাৰে তুমি থকা চালিখনৰ

ওচৰলৈ গৈছিল আৰু লবিখনৰ ভিতৰলৈ মাতিছিল। আগৰ দৰেই তাই আমাৰ লগত ব্যস্ত হৈ পৰিল আৰু কেম্প এৰি কলৈকো যাব নিবিচা ৰলে। ৰাতিপুৱা তাই ষ্টুডিঅ'লৈ গৈ গোটেই দিনটো মোৰ লগত তাতে কটাইছিল। দেওবাৰে পুৱা মই দ্বিতীয়টো পছু মাৰি আনোতে তাই পছুটোৰ ওচৰলৈ কাকো যাব দিয়া নাছিল আৰু জঙ্গি হৈ পৰিছিল। কিন্তু মই ষ্টুডিঅ'লৈ যোৱা মাত্রকে তাই পছুটো টানি নি মোৰ বহা আসনৰ ওচৰত ৰাখিছিল আৰু মই কাটি দিলত একো আপত্ত কৰা নাছিল। আবেলি মই টম্বুলৈ গুচি আহিলত তাইও পছুটো টম্বুলৈকে লৈ আনিলে। পিচ দিনা আবেলি মই কলোঁ, "এল্‌চা, ঘৰলৈ যাবৰ সময় হ'ল।" তাই পছুটোৰ অৱশিষ্টখিনি মই গোটাই লোৱালৈ অপেক্ষা কৰি মোৰ আগে আগে তম্বুলৈ আহিল। তাইৰ পিঠিত থকা বগা দাগটো নাইকিয়া হ'ল। তাইৰ লগৰীয়াটো তাতে আছিল। যি পাৰে চুৰ কৰিবলৈ বৈ থাকে। তাইও চাগৈ তাক ল'গ দিছিল। সি মাংস খাবলৈ আহিলে কোনো মন-কাণ নকৰে। তাইৰ পোৱালী হোৱাৰ কোনো লক্ষণ দেখা নাই।

মঙ্গলবাৰে মই এল্‌চাক এৰি থৈ আহিছোঁ। কেম্পটো ভাঙি বস্তুবোৰ গাড়ীত উঠাবৰ সময়ত তাইক ষ্টুডিঅ'ত ৰাখিবলৈ মই বিশেষ যত্ন ক'ৰিছিলোঁ। কিন্তু ডিজেল গাড়ীখন যোৱাৰ শব্দ শুনিয়েই তাই গম পালে মই তাইক এৰি গুচি যাম আৰু আগৰ কেইবাৰৰ দৰেই আঁতৰি থাকিল, মোলৈ নেচালেই। আকৌ ১৪ তাৰিখে তাইক গৈ চাই আহিবৰ মন কৰিছোঁ।

**ইচি'অলু, ১৯ মাৰ্চ ১৯৫৯**

এল্‌চাক লগ পাবলৈ মই আকৌ ১৪ তাৰিখে গ'লোঁ। পুৱা ১০-১৫ বজাত যাত্ৰা কৰি গধূলি ৬-৩০ বজাত পালোঁগৈ। এল্‌চা বা তাইৰ খোজৰ কোনো চিন নেদেখিলোঁ। মই তিনিটা আটচ বাজি ( thunder flashes ) মাৰিলোঁ আৰু এটা "ভেৰি লাইট্"

ফুটালোঁ। পিচদিনা পুৱতি নিশাতে মই তাইক বিচাৰি ওলালোঁ। পানীৰ ডাঙৰ গাতটোলৈকে গলোঁ, য'ত এলচাই হাতীৰ লগত লাগিছিল। পুখুৰীটো শুকাই আছিল এলচাৰ খোজৰ কোনো চিন তাত নেদেখিলোঁ। মই আৰু এটা আটচ বাজি মাৰিলোঁ আৰু পাহাৰটোৰ ওপৰে ওপৰে গাড়ীৰ বাটত ওলালোঁগৈ। তাৰ পাচত শুকান নদীখনৰ বালিৰ ওপৰেদি কেম্পলৈ ঘূৰি আহিলোঁ। তাই অহাৰ কোনো চিন নাছিল। পুৱা ৯-১৫ বজাত কেম্প পালোঁগৈ। ১৫ মিনিটমান পাচত তাই হঠাৎ নদীখনৰ সিটো পাৰৰ পৰা ওলালহি। তাই বেছ শকত আৰু সবল হৈ আছিল। এঘাৰ দিনৰ আগতে মই এৰি যোৱাৰ পাচত তাই নিশ্চয় অন্ততঃ এটা জন্তু মাৰিলে। তাই বৰ উত্তেজিত হৈ মোক আদৰণি জনাইছিল। তাইৰ গাত কিছুমান আঁচোৰ দেখিলোঁ। সম্ভৱ তাই মৰা জন্তুটোৰ লগত টনা-আজোৰা কৰোতে লাগিছিল। সেইবোৰ অৱশ্যে উপকৰা আছিল। ছালৰ ভিতৰ পোৱাগৈ নাছিল। তাই আগে কৰামতেই তাইৰ ৰুটিনৰ কামবোৰত ধৰিলে। তাই বৰ ধেমেলিয়া হৈ পৰিছিল আৰু মোক ডুবাৰ খেলা মাৰি দিছিল। এবাৰ কাঁইটৰ জোপোহাত পেলাই দিছিল। তাই এবাৰহে নদীৰ পাৰলৈ ফুৰিবলৈ গৈছিল কিন্তু বেছি ভাগ সময় মোৰ লগত ষ্টুডিঅ'ত কটাইছিল।

বনৰীয়া সিংহৰ সংশ্ৰৱলৈ অহাৰ কোনো চিন দেখা নগ'ল। এইবাৰ আহোঁতে এই বিষয়ে কোনো কথা শুনা নাছিলোঁ। অঞ্চলটো বৰ শুকান আছিল সেইবাবে এলচাৰ চিকাৰ কৰিবলৈ সুবিধা হৈছিল। কিয়নো জন্তুবোৰ প্ৰত্যেকেই পানী খাবলৈ নদীখনলৈ আহিব লগাত পৰিছিল আৰু দেখা পোৱাও গৈছিল। মোৰ লগত কেৱল পাহাৰৰ টম্বুটো থকা বাবে এলচাৰ সৈতে ৰাতি থাকিবলৈ বৰ খেপাখেপি হৈছিল। কিন্তু তাই বৰ ভাল ধৰণে আছিল। মাটিত পাৰি দিয়া দলিচাখনত এবাৰো পেচাব কৰা নাছিল। আগৰ দৰেই তাই মোৰ গাত নাকটো ঘঁহাই আৰু মোৰ ওপৰত বহি লৈ কেইবাবাৰো মোক জগাই দিছিল। তাইক এৰি থৈ যাবলৈ কোনো দিগদাৰ হোৱা

নাছিল। বুধবাৰে মই তাইক এৰি আহিলোঁ। প্ৰকৃততে তাই আগতকৈ বেছি আত্মনিৰ্ভৰশীল হৈ পৰিল। তাইক অকলে এৰি থৈ অহাত বেয়া পোৱা নাছিল। জন্তুবোৰৰ জীৱনধাৰণ আৰু কৰ্ম পদ্ধতি তেওঁলোকৰ মনৰ স্বাভাৱিক বুদ্ধি আৰু অৱস্থাৰ ওপৰত নিৰ্ভৰ কৰে বুলি যি সকলে কব বিচাৰে তেনেলোকক মোৰ অলপো সহ্য নহয়। সিংহই চিকাৰ কৰোতে নিপুণ যুদ্ধকৌশল ব্যৱহাৰ কৰে। এল্‌চাৰ বুদ্ধিসত্তা আৰু ভাবিচিন্তি কৰা আচৰণৰ পৰাও তাৰ বহুতো প্ৰমাণ পাইছিলোঁ।

**ইচি'অলু, ৪ চেপ্তেম্বৰ ১৯৫৯**

সন্ধিয়া ৮ বজাত মই কেম্প পালোঁহি। আহিয়েই সদায় দিয়া 'থাওাৰ ক্লাচ' আৰু 'ভেৰি লাইটৰ' সঙ্কেট দিলোঁ। কিন্তু এল্‌চাক ক'তো দেখা নাপালোঁ আৰু তাই ৰাতিও নাহিল। পাচদিনা ৰাতিপুৱাই আমি 'গিনিকাউল' মৰা বাটটোৰে গলোঁ, তাতে অলপতে কোনোবাই কেম্প পতাৰ চিন দেখিলোঁ। মই তেতিয়া নদীখনৰ সিফালে অৰ্দ্ধবৃত্তাকাৰে তাইক বিচাৰিবলৈ ধৰিলোঁ। মনতে আশা কৰিছিলোঁ তাইৰ খোজৰ চিন দেখিম বুলি, কিন্তু কোনো চিন নেদেখিলোঁ, কেম্পলৈ তাইক কোনোবাই গুলিয়াই মাৰিলে বুলি মোৰ মনতে ভয় লাগিছিল।

মই কেন স্মিথক মোৰ পাচত আহিবলৈ কৈ আহিছিলোঁ কিয়নো তেওঁ এল্‌চাক আকৌ চাবলৈ খুব ইচ্ছা কৰিছিল। তেওঁ আহি কেম্পতে আছিল। তেওঁ মোক কলে যে এল্‌চাক তেওঁ ডাঙৰ শিলটোৰ একেবাৰে ওপৰত দেখিছিল। তেওঁ তাইক মাতিছিল কিন্তু তাইক নাৰ্ভাচ হোৱা যেন লাগিল আৰু শিলটোৰ ওপৰৰ পৰা নামি নাহিল। মই তেওঁৰ লগত ওলাই গলোঁ। এল্‌চাক মই মতা মাত্ৰে তাই মোৰ মাতটো চিনি পালে আৰু শিলটোৰ পৰা বেগাই নামি আহি মোক আনন্দৰ আতিশৰ্য্যৰে আদৰণি জনালে। কেনৰ প্ৰতিও তাই আগৰদৰে মৰম প্ৰকাশ কৰিলে। তাইৰ স্বাস্থ্য বৰ ভাল হৈছিল। পেটটো ওলমি আছিল, আগৰাতি তাই নিশ্চয়

চিকাৰ কৰিছিল। কেনে তোমাৰ চালিথনত বিচনা কৰিলে, এল্‌চাই তেওঁক বাতি কোনো আমনি কৰা নাছিল। আমি একেলগে ফুৰিবলৈ ওলাই গৈছিলোঁ আৰু দিনটোত ষ্টুডি'অত কটালোঁ, এল্‌চা মোৰ বিচনাত আৰু কেন তেওঁৰ বিচনাত শুইছিল। অৱশ্যে এবাৰমান তাই তেওঁৰ গাৰ ওপৰত বন্ধু ভাবেৰে বহিছিল।

কেন আগদিনা গ'লত বৃহস্পতিবাৰে গধুলি মই এল্‌চাক শিলটোৰ ওপৰলৈ লৈ গৈছিলোঁ। মই কেম্পলৈ ঘূৰি অহাৰ কথা ভাবোঁতেই শিলটোৰ ঠিক তলতে নাহৰফুটুকী বাঘ এটাই গো-গৌৰাঙ আছিল। এল্‌চাই তৎক্ষণাত তাক খেদিবলৈ দৌৰ দিলে। কিন্তু মই থকাৰ গম পাই বোধহয় বাঘটো গুচি গ'ল। শুকুৰবাৰে ৰাংপুৰা এটা শকত গাহাৰ মাৰি তাইৰ মনত বং লগাবলৈ দি আহিলোঁ। তাই লগে লগে সেইটো নদীখনলৈ লৈ গ'ল আৰু পানীত ডুবাই ডুবাই খুব খেলিলে। এল্‌চাৰ স্বাস্থ্য বৰ সুন্দৰ হৈছে কতো হাড় এডালো ওলাই থকা দেখা নগৈছিল।

**ইচি'অলু, ১৪ এপ্ৰিল ১৯৫৯**

মই এল্‌চাক চাবলৈ কালিয়েই যাব খুজিছিলোঁ কিন্তু মই বাগিচাবোৰৰ পৰা আৰু হাতী উলিয়াই পঠিয়াবলৈ যাব লগা হ'ল। অৱশ্যে যিয়েই নহওক লাগে, কাইলৈ মই যামেই। তোমাক মই কেনেকৈ কওঁ, তাইক চাবলৈ আৰু তাইৰ মৰম পাবলৈ মই কিমান উদিগ্ন হৈ পৰোঁ। তাই যদি তাইৰ লগ এটা পালে হয় তাইক লৈ মই বৰ সুখী হলোহেঁতেন। তাই চাগৈ একেবাৰে অকলশৰীয়া, সময়ে সময়ে নিশ্চয় তাই হতাশ হৈ পৰিছিল। কিন্তু তাৰ বাবে তাইৰ ভাল আচৰণ বা বন্ধুত্বত একো পাৰ্থক্য পৰিলক্ষিত নহৈছিল। মই কোন সময়ত তাইক এৰি আহিম তাই জানিছিল তথাপিও তাক মানি লৈছিল আৰু বাধা দিবলৈ বা পাচে পাচে আহিবলৈ কোনো চেষ্টা কৰা নাছিল। সেইবাবেই বেছি দুখ লাগিছিল। তাইৰ গাম্ভীৰ্য্যপূৰ্ণ ভাব ভঙ্গীৰ দ্বাৰা এইটো অপৰিহাৰ্য্য বুলি তাই জানে যেন লাগিছিল।

**ইচিঁঅমু, ২৭ এপ্ৰিল ১৯৫৯**

১৫ তাৰিখে আবেলি মই এল্‌চাক চাবলৈ ৰাওনা হলোঁ। ৮ বজাত পালোঁগৈ। কেঁকুৰি এটাত দুটা গঁড়ৰ লগত প্ৰায় মুখামুখি হলোঁ। হয়, ৰাস্তাৰ পৰা কেইফুটমান আঁতৰেৰে সিহঁতক পাৰ হৈ গ'লো। মই আগৰ দৰে বন্দুকেৰে পোহৰৰ সঙ্কেত দিলোঁ। কিন্তু সেই দিনা এল্‌চাৰে কোনো দেখা দেখি নহ'ল। পাচদিনা ৰাতি মই আকৌ শিলটোলৈ গলোঁ, আৰু সঙ্কেত দিলো। কোনো চিন ক'তো নেদেখিলো, তাই দিনৰ বেলা বা ৰাতিও নাহিল। আচৰিত ধৰণৰ বিজুলী আৰু ভীষণ গাজনিৰে ৰাতি বৰ বৰষুণ পৰিছিল। নদীখনত প্ৰবল গতিত ঢল আহিছিল। পিচদিনাখন ৰাতিপুৱা মই ম'হৰ ঘুলিলৈ গলোঁ, তাৰপৰা বালিৰ গাঁতবোৰৰ ওচৰলৈ। সেইবোৰো পানীৰে উপচি আছিল আৰু বালিৰ দ'ম বান্দিছিল। মই অঁাতৰি আহিব লগাত পৰিল। এঠাইত মই হঠাতে কঁকাললৈকে বালিত সোমাই গলোঁ আৰু ওলাই আহিবলৈ যত্ন কৰিব লগা হৈছিল। মই তেতিয়া জন্তু অহা বাটেৰে গৰাটোৰ তলেদি গৈ লুগা আৰু নদীখনৰ সঙ্গমস্থল পালোঁগৈ। আমি আগতে যোৱা ঠাই ডোখৰতকৈ বহুত দূৰত আছিল। নদীৰ পাৰত দুপৰীয়াৰ আহাৰ খাই কঁকাললৈকে পানীত নামি সিটো পাৰত উঠিলোঁ। ৰঙামাটি লাগি গাটোত ৰঙা হৈ পৰিছিল। খোজৰ চিন আছিল যদিও বৰষুণে ধুই নিলে। মই নদীখনৰ পাৰে পাৰে আহি কেম্প পালোঁহি।

এঠাইত পানীত কিবা এটা দেখি মৰা জন্তু বুলি ভাবি ওচৰলৈ গৈ শিল এটা দলিয়াৰ খোজেঁতেই মূৰটো পানীৰ ওপৰত ওলাই পৰিল। সেইটো এটা জলহস্তী আছিল। তাৰ পাচতেই জোপোহাৰ মাজৰ পৰা নাকৰ ভীষণ ঘৰ ঘৰণি, গোগোৱনি আৰু হুতাহুতিৰ শব্দ শুনিবলৈ পালোঁ। সেইয়া আছিল গঁড় এহালে মৈথুন কৰাৰ শব্দ। আবেলি পাঁচ বজাত কেম্প পালোহি কিন্তু এল্‌চাক ক'তো নেদেখিলোঁ। মই সঁচাকৈয়ে চিন্তিত হৈ পৰিলো। আগলৈ তাই ইমান দেৰি নকৰে। মই অহা ৪৮ ঘণ্টা হ'ল। ৰাতি ৮-৩০ বজাত তাইৰ সৰুকৈ

মতা মাতটো নদীখনৰ ইফালৰ পৰা ভাহি আহিল। কেই মুহূৰ্তমানৰ পাচতে তাই দৌৰি কেম্প ওলালহি। তাইৰ স্বাস্থ্য সুন্দৰ হৈ আছিল আৰু মোক দেখি খুব স্ফূৰ্তি পালে। তাই আন সিংহৰ লগত থকা কোনো লক্ষণ নেদেখিলোঁ। তাইৰ খুব ভোক লাগিছিল। মই আগতেই বাটত মাৰি অনা, গোন্ধ ওলোৱা জন্তুটোৰ গোটেই পাচঠেং-টো খাই পেলালে। পিচদিনা ৰাতিপুৱা ওলাই গৈ মই তাইৰ বাবে গাহৰি এটা মাৰি আনিলোঁ। তাই সেইটো খাই বেছ উপভোগ কৰিলে। ভালকৈ পেট ভৰাই খাই লৈ তাই লৰচৰ নকৰি কেম্পৰ ভিতৰতে থাকিল।

এদিন ৰাতিপুৱা ষ্টুডিঅ'ত থাকোঁতে এল্‌চা মোৰ কাষত গভীৰ টোপনিত মগ্ন হৈ আছিল। এনেতে ৮ ফুট দীঘল ঘ'ৰিয়াল এটা পানীৰ পৰা ওলাই আহি বিপৰীত কালে থকা শিলত উঠি যোৱা দেখা পালোঁ। মই নদীখনৰ দাঁতিলৈকে গৈ কটো এখন ল'লো আৰু বন্দুকটো নিবলৈ মনে মনে কেম্পলৈ আহিলোঁ। শেষত ডিঙিয়েদি ঘৰিয়ালটো গুলিয়ালোঁ। সি শিলৰ ওপৰতে পৰি থাকিল। মই মেকাডক ঘ'ৰিয়ালটোৰ ডিঙিত ৰচী লগাই এইটো পাৰলৈ আনিবলৈ পঠিয়ালোঁ। এল্‌চাই বৰ মনোযোগেৰে আটাইখিনি কাম চাই আছিল। এইটো পাৰলৈ নহালৈকে ঘ'ৰিয়ালটো তাই অৱশ্যে দেখা নাছিল। তাই বৰ সাৱধানেৰে তাৰ কাষ চাপি গ'ল। নাকৰ ওচৰত সাৱধানেৰে থপৰিয়াই চালে। তেতিয়া মৃত বুলি নিশ্চিত হৈহে তাক টানি পাৰত উঠাই দিলে। বিৰক্তিত তাইৰ নাকটো কোঁচ খাই গৈছিল। তাৰ মাংস খাবলৈ তাই কোনো প্ৰয়াস নকৰিলে। তাতকৈ পুৰণা হোৱা গাহৰিটোহে খালে।

সোমবাৰে ৰাতিপুৱা মই এল্‌চাক এৰি আহিলোঁ। পানীৰ ডুবিবোৰত এটা গোনা ম'হ পালো। পিচদিনা ৰাতিপুৱা এল্‌চাৰ মাকক গুলিয়াওঁতে আমাৰ হাতৰ পৰা সাৰি যোৱা ডাঙৰ সিংহটো চিকাৰ কৰিবলৈ গ'লো। সি অঞ্চলটোত বৰ উৎপাত কৰি আছিল, আৰু কেই সপ্তাহমানৰ ভিতৰতে বাৰটা গৰু খালে। মৰা জন্তু ভলত

থৈ চাৰি ৰাতি চাঙৰ ওপৰত উঠি আছিলোঁ৷ আৰু দিনটোৰ বেছি ভাগ সময় তাৰ খোজৰ চিন শিলৰ মাজে মাজে বিচাৰি ফুৰিছিলোঁ। কেৱল সিংহ এজনীৰ খোজহে চকুত পৰিছিল। তাইৰ লগত তিনি বা চাৰিমহীয়া দুটা পোৱালী আছিল। হয়তো এল্‌চাৰ ভতিজাক বা মাহীমাকৰ কালৰ বাই-ভনী আছিল। যেই কি নহওক, বুঢ়া সিংহটো নোলোৱাত মোৰ বেয়া লাগিছিল। তাক ধৰি আনি এল্‌চাক গতাবলৈও সি উপযুক্ত পাত্ৰ যেন নালাগিল।

**ইচি'অলু, ১২ মাৰ্চ ১৯৫৯**

যাহওক, মই তিনি মে দেওবাৰে ৰাওনা হলোঁ। বৰ বেছিকৈ বৰষুণ দি থকাত আচমনে আৰু মাকাডেৰ সৈতে মই কেৱল লেণ্ডৰ'ভাৰখন লৈ গ'লো। তোমাৰ গাড়ী আৰু মোৰ ট্ৰেইলৰখন য'ত লাগি ধৰিছিল তাতে এইবাৰ গাড়ীখন লাগি ধৰিল। আমি নিশাটো বাহিৰতে কটাবলগীয়া হ'ল। এঘণ্টা সময় বোকা গুচাই গুচাই কোনোমতে উলিয়ালোঁ। কিন্তু পাচৰ গাঁতটোত ফচি গলোঁ। আন্ধাৰ হোৱালৈকে খাটিলো কিন্তু ফল নধৰিল। ৰাতিটো কেম্প কৰি থাকিলোঁ। বৰষুণ কোবাল গতিত আহি আছিল। 'লুগা' পানীৰে ওপচি পৰিছিল। ৰাতিপুৱাটো লাগি থাকিলোঁ। গাড়ীৰ প্ৰত্যেকটো চকাৰ তলত জেক দি চালোঁ। অলপ লৰচৰ কৰাৰ পাচতে আকৌ বোকাত পোত গৈছিল। অৱশেষত দুপৰীয়া ১ বজাত গাড়ী উঠাই পাৰ হবলৈ সমৰ্থ হলোঁ। তাৰ পাচত লুগাটো পালোহি, এইটোত বানপানী উঠিছিল। (য'ত তুমি লেণ্ডৰ'ভাৰখনেৰে শিল কঢ়িওৱাৰ কথাত জোৰ দিছিলা।) ৰাতি এদল সিংহ কেম্পৰ ওচৰলৈ আহি আন্ধাৰ নিশাটোৰ ভালেখিনি সময়লৈ গুজৰি আছিল। সিহঁতে বোধহয় ওচৰতে জন্তু এটা মাৰিছিল। বৰষুণ গ'ল। আগবাঢ়ি গৈ পাচৰ নদীখন পালোঁ, যিখন খোজকাঢ়ি পাৰ হব পৰা আছিল। ৰাতি বহুত পৰ হৈছিল, মই আগবাঢ়ি গৈ থাকিলোঁ। এল্‌চাৰ কেম্পৰ ফালে যোৱা কেঁকুৰীটো পোৱাৰ আগতে ৰাস্তাৰ মাজতে ২০ গজ আঁতৰত হঠাৎ

দুটা গ'ড় দেখিলোঁ। মাক আৰু ডেকা পুতেক। সিহঁতে লৰচৰ কৰিবলৈ মন'.নকৰা দেখি মই মোৰ '৩০৩ নম্বৰ ৰাইফলটো লৈ গাড়ীৰ পৰা নামি গলোঁ। মাকজনীয়ে তললৈ মূৰটো কৰি থেদি আহিল। তাই তাধাবাট অগ্ৰসৰ হওতেই মই তাইৰ ঘুৰ্মতি আনি-বলৈ তাইক চিঞৰি দিলো, কিন্তু তাইৰ কোব বেঁাছহে হ'ল, সেইবাবে মই গুলিয়াবলৈ বাধ্য হ'লো। তাই গাড়ীৰ বনেটৰ পৰা ৫ গজ আঁতৰত পাক ঘূৰণি খাই দৌৰ মাৰিলে। মই তাইৰ খোজৰ চিনে চিনে কেবাশ গজলৈকে পাচ ললোঁ, কিন্তু তাই আঘাত পোৱাৰ কোনো চিন দেখা নাপালোঁ। মই তেতিয়া আগুৱাই গৈ মাজনিশা ১২-৩০ বজাত এঠাইত কেম্প কৰিলোঁ। এল্‌চাৰ কোনো শুংসূত্ৰ নাই। নদীখনৰ পানীও কোবাল গতিত বাঢ়ি আহিছিল। আমি তেনে বান আগৰ্তে কেতিয়াও দেখা নাছিলোঁ। খোজৰ চিনবোৰ স্বাভাৱিকতে বৰষুণে উটুৱাই লৈ গ'ল। মই আবেলি "থাওাৰ ক্লাচ্" আৰু ভেৰি লাইটৰ সঙ্কেট দিলো। পিচদিনা ৰাতিপুৱাও এল্‌চা নাহিল। গুলাই গৈ গঁড়ৰ খোজে খোজে আকৌ প্ৰায় দুমাইল গলোঁ। তেজৰ চেকা আহত গঁড় ক'তো দেখা নাপালোঁ। মই খড়্গাটোতে গুলিয়ালো বোধহয়। গড় বিচাৰি যোৱাৰ পাচত মই কিছুদূৰ গৈ এল্‌চাৰ বাবে এটা পহু মাৰি আনিলোঁ কাৰণ আগে মৰা জন্তুটো গেলিছিল। এল্‌চা সেইদিনা আৰু তাৰ দুদিন পাচতো নাহিল। মই চিন্তিত নহৈ নোৱাৰিলোঁ যদিও খুব সম্ভৱ তাই বনৰীয়া সিংহৰ লগতে গৈছিল। মাকাডে আৰু আচ্‌মানক তাইৰ বিষয়ে শুধিবলৈ আফ্ৰিকা দেশীয় মানুহৰ গাঁৱলৈ পঠালোঁ। কিন্তু তেওঁলোকৰ কোনোৱে সিংহৰ বিষয়ে শুনাও নাই আৰু দেখাও নাছিল। সেইবাবে শনিবাৰে ৰাতিপুৱা দুখমনেৰে বস্তু-বাহানি সামৰিবলৈ গলোঁ। ইতিমধ্যে বাহিৰত থকা মোৰ এসপ্তাহ হৈছিল।

হঠাৎ নদীখনৰ সিপাৰে বেবুনবোৰে চিঞৰ-বাখৰ লগালে আৰু ভিতি বুৰি এল্‌চা আহি উপস্থিত হ'ল। তাইৰ স্বাস্থ্য আগৰ দৰে সুন্দৰ হৈ আছিল। তাইৰ পেট একেবাৰে খালী হৈ আছিল। কিন্তু

তাইৰ একেবাৰে ভোক লগা নাছিল। পহুটো দেখি তাই নাক কোঁচাই দিলে। অৱশ্যে তাৰবাবে তাইক দোষিব নোৱাৰি কিয়নো তাৰ মাংসটো একেবাৰে গেলি পচি গৈছিল। তাইৰ অন্তৰখন আগৰ-দৰেই মৰমেৰে ভৰা আৰু মোক দেখি খুব আনন্দ পাইছিল। তাই আন সিংহৰ লগত থকাৰ কোনো চিন নেদেখিলোঁ। তুমি যোৱাৰ পাচত তাইৰ ঋতুস্ৰাৱ হোৱা লক্ষণো দেখা নাছিলোঁ। অৱশ্যে ইয়াৰ মাজত হৈ যাবও পাৰে। তাই জিৰণি ললত মই তাইলৈ আৰু এটা পহু মাৰি আনিলোঁ। ৰাতি তাই সেইটো তম্বুটোৰ ভিতৰলৈ লৈ আনিলে। তুমি জানাই, তম্বুটোত মোৰ বাবেই ঠায়ে নাটে, তাতে এল্‌চা আৰু পহুটো। অৱশ্যে পহুটো নতুনকৈ মৰা বাবে মই কোনো অসুবিধা পোৱা নাছিলো যদিও তাৰ তেজবোৰ আৰু পঁচা ঘাঁহবনবোৰ মোৰ গাত আৰু টম্বুটোত ভৰি পৰিছিল।

এল্‌চা স্বাধীনভাবে থকা এতিয়া ছমাহ হ'ল। আন যেই কোনো সিংহৰ দৰে তাই এতিয়া নিজৰ তত্বাৱধান লবৰ উপযুক্ত। তাই চিকাৰ কৰিবলৈ দূৰ দূৰণিলৈ গৈছিল। কিন্তু তাইৰ বন্ধুত্ব আৰু মৰম-চেনেহৰ অকণো পৰিবৰ্তন হোৱা নাই, তুমি দেখি যোৱাৰ দৰে একেই আছে। তাই সকলো কালৰ পৰা এজনী বনৰীয়া সিংহ, কেৱল এটা কথাত বাদে। সেইটো হৈছে তাইৰ ইউৰোপীয়সকলৰ প্ৰতি থকা বেলেগ ধৰণৰ সৌহাৰ্দ্য, বন্ধুত্ব। মই সঠিককৈ কব পাৰোঁ তাই চাগৈ আমাকো একপ্ৰকাৰ সিংহ বুলিয়েই ধৰি লৈছে যি কেইটাক ভয় কৰিব নেলাগে কেৱলমাত্ৰ বন্ধুত্ব দিব লাগে। এতিয়া মই ঘূৰি অহালৈ এল্‌চাৰ বাট চাই থকা বা হেপাহ কৰি ৰৈ থকাৰ কোনো প্ৰশ্ন হব নোৱাৰে। তাই মোক দেখি সদায় বৰ স্ফূৰ্তি পায় আৰু গুচি যোৱাটো ভাল নেপায়। কিন্তু মই চিৰদিনৰ বাবে আঁতৰি থাকিলেও তাইৰ জীৱনত দুৰ্যোগ আহিব বুলি মই নেভাবোঁ।

**ইচি'অলু, ২০ মে ১৯৫৯ চন**

এল্‌চাৰ বিষয়ে তোমাক জনাবলৈ আৰু একো নাই। সকলো

মই বিতংকৈ মোৰ চিঠিত লিখিলোঁ। জানা, তাই ভালকৈ খাই লাগে কেম্পৰ পৰা বেছি দূৰলৈ নাযায় মোৰ লগতে ষ্টুডিঅ'ৰ গছজোপাৰ তলতে কটায়। বিশেষ একো নঘটিলে তুমি থকা দিনৰ নিচিনাকৈয়ে আমি সময়বোৰ কটাওঁ। এল্‌চা সঁচাকৈয়ে আত্মনির্ভৰশীল হৈ পৰিছে। বহুত দূৰলৈকে তাই চিকাৰ কৰিবলৈ যায়। মোৰ ওপৰত আহাৰৰ বাবে নির্ভৰ নকৰে। তাই আফ্রিকানবোৰক বোধহয় সন্দেহ কৰে। সেইবাবে মুৰু বা মেকাভক তাই মাংস খাই থাকোতে ওচৰলৈ আহিব নিদিয়ে। মাংসবোৰ···কেম্পৰ পৰা ষ্টুডিঅ'লৈ বা ষ্টুডিঅ'ৰ পৰা কেম্পলৈ মই কঢ়িয়াব লগাত পৰে, এল্‌চা পাচে পাচে আহি থাকে। পাহাৰী ঠাইত পতা সক টম্বুটোতে ভিতৰলৈও এল্‌চাই মাংসখিনি লৈ আহে আৰু মই সহ্য কৰি তাতে থাকিব লগাত পৰে। মাংসবোৰ বৰ বেছিকৈ গোন্ধালে মই বাহিৰত বিচনা কৰি শোওঁ। তাই ঠিক জানিছিল যে মাংসখিনি মোৰ ওচৰত থাকিলে নিৰাপদ। মই নিশ্চিত হৈ উপলব্ধি কৰিছিলোঁ তাইৰ পোৱালী হলেও যতন লবলৈ তাই আনি মোকে গতাব। সেই সময়ত আমাৰ বাহিৰে আন কোনো ওচৰত থকাটো সম্ভৱ নহব। কাম কৰা মানুহবোৰক থৈ যাব লাগিব।

এল্‌চাক আকৌ চাবলৈ মই আশা কৰি থাকিলোঁ। যোৱাবাৰ তাইক এৰি যাওঁতে তাই মনটো একেবাৰে মাৰি পেলাইছিল। মই মনে মনে গুচি আহিবলৈ চেষ্টা কৰিছিলোঁ; কিন্তু মই উভতি চাওঁতে তাই নিমখৰ বস্তাৰ কাষত থিয় হৈ মই যোৱা চাই আছিল। পাচে পাচে আহিবলৈ তাই কোনো চেষ্টা কৰা নাছিল। মোৰ নিজকে বৰ অপৰাধী যেন লাগিছিল।

**ইচি'অলু, ৩ জুলাই ১৯৫৯ চন**

ডিলানি নামেৰে এজন আমেৰিকান ডাক্তৰৰ লগত মই শনিবাৰে ইচি'অলু এৰিব পাৰিলোঁ। লগত ডেওঁৰ চিকাৰী হেনৰী প'লমেনো আছিল। আমি বৰাণ এজনক ঘাইল কৰা আৰু এজনক মাৰি পেলোৱা সিংহ এটাক মাৰিবলৈকে যাত্রা কৰিছিলোঁ। ডিলানী এজন

বৰ ভাল চিকাৰী আছিল। সিংহটো তেওঁ নিজেই মাৰিবলৈ ইচ্ছা কৰিছিল। ধুমুহাৰ মাজেৰে আমি সন্ধিয়া গন্তব্য স্থান পালোঁগৈ। ধুমুহাৰ ফলত মালভূমিৰ ওপৰেদি বালি ধুমুহা বৈ গৈছিল। পিচদিনা ৰাতিপুৱা কেইজনমান বৰাণজাতীয় মানুহক লগত লৈ মানুহটো মৰা ঠাইলৈ গলোঁ। বৰ ডাঠ হাবি। দেখা গ'ল ঘটনাটো এনেধৰণৰ আছিল, সাতটা বৰাণে তেওঁলোকৰ উট এটা খোৱা সিংহ কেইটামানক বিচাৰি খেদি গৈছিল। সিহঁতে সিংহকেইটা পালেগৈ। তাৰে এটা মতা সিংহই আক্ৰমণ কৰিবলৈ খেদি আহিছিল। বৰাণ এটাই তাৰ যাঠি পাট দলিয়াই সিংহটোৰ কামিহাড়ৰৰ ওপৰৰ চাল বিন্ধাই দিলে। সিংহটোৰ ভীষণ খং উঠিল। সি অপেক্ষা কৰি পৰি থাকিল। বৰাণটোৱে তাৰ যাঠি তুলি লওঁতেই সি সিহঁতৰ এটাৰ ওপৰত জপিয়াই পৰি তাৰ হাত এখনত কামুৰি ধৰিলে। দলৰ বাকীবোৰে আহত সঙ্গীজনক উদ্ধাৰ কৰি হাবিৰ মাজৰ পৰা কঢ়িয়াই লৈ আনিলে। সিহঁতে আকৌ উভতি আহি সিংহটোক বিচাৰি উলিয়ালে, একেবাৰে সোমাব নোৱাৰা হাবিৰ মাজত। তাৰে এটা মানুহে বৰ বুৰ্বকামি কৰি সিংহটোৰ ফালে কেইগজমান আগবাঢ়ি গ'ল। বাকীবোৰে কি হৈছে তং ধৰিব পৰাৰ আগতেই সিংহটোৱে তাক আক্ৰমণ কৰি বুকুত আঘাত কৰি সি আকৌ জোপোহাৰ মাজত সোমাই পৰিল। আহত মানুহটোক উদ্ধাৰ কৰা হ'ল যদিও অলপ পাচতে মৰিল। আমি সিহঁতৰ খোজ দেখি কিছুদূৰ জোপোহাৰ মাজলৈকে অনুসৰণ কৰিলোঁ, ঠাই ডোখৰ বতাহৰ গতিত থকা বাবে জন্তু এটা মাৰি তলত থৈ গছৰ ওপৰত উঠি থাপ দি থকাটোৱেই ভাল হব বুলি মই সিদ্ধান্ত কৰিলোঁ। ডিলানি আৰু পলমেনক তাতে থৈ মই এলচাক চাবলৈ আহিলোঁ। ৰাতি ৮ বজাত কেম্প পালোঁহি। মই আহি পোৱাৰ ১৫ মিনিটমান পাচতে তাই আহিল আৰু আগৰ দৰে মৰমৰ ওলগ জনালে। তাই ঠিকেই আছিল। পিচে বৰ ভোক লাগি আছিছিল। মই তাইলৈ অনা পহুটোৰ প্ৰায় আধা খাই পেলালে। ৰাতিপুৱাই তাই বাকী থকা মাংসখিনি কেম্পৰ তললৈ টানি লৈ গ'ল আৰু দিনটো তাতেই থাকিল।

মাজে মাজে টুঙিঅ'লৈ গৈ মই তাত যে আছোঁ। সেইটো চাই নিশ্চিত হৈ আছে। মঙ্গলবাৰে ৰাতিপুৱা মাংসখিনি শেষ কৰি খাই তাই মোৰ পাচে পাচে নদীখনৰ পাৰেদি আধা মাইলমান গ'ল। হঠাৎ তাই সিটো পাৰলৈ বৰ মনোযোগ দি নিৰীক্ষণ কৰিলে, কিহবাৰ গোন্ধ পাইছিল নিশ্চয়। লগে লগে তাই বৰ সাৱধানেৰে নদীখনৰ উজনিলৈ গ'ল আৰু নদীখন পাৰ হ'ল। তাইৰ আকৰ্ষণৰ কাৰণ জানিবৰ বাবে সেই ঠাইডোখৰৰ বিপৰীত কোণৰ পৰা লুকাই চাই থাকিলোঁ। পিচে একো নেদেখিলোঁ বা মুশুনিলোঁ। হঠাৎ দবৰা দবৰিৰ শব্দ হ'ল আৰু মতা হৰিণা এটা ওলাই আহি নদীখনত পৰিল আৰু মোৰ ফালে চিধা পোনাই দিলে, পাচে পাচে এল্‌চা। মোক দেখি সি ঘূৰিব বিচাৰিছিল কিন্তু এল্‌চাই তাৰ ওপৰত উঠি লৈ নমাই নিলে। পানীত সিহঁতৰ ভীষণ যুদ্ধ হ'ল, এল্‌চাই আগৰ খোপনি এৰাই তাৰ নেলুত ধৰিলে। যেতিয়া হৰিণা বধা কমি আহিল তাই তাৰ নাকটিত ধৰি তাইৰ মুখৰ ভিতৰত তাৰ মুখৰ সম্মুখভাগ ভৰাই ললে তাৰ উশাহ বন্ধ কৰি দিয়াৰ উদ্দেশ্যেৰে। মই আৰু এই দৃশ্যটো সহ্য কৰিব নোৱাৰিলোঁ। পহুটোলৈ গুলিয়াই দিলোঁ। পহুটো চাৰিশ পাউণ্ড ওজনৰ হব। বহুত কষ্ট কৰি এল্‌চাই থিয় গড়াটোৰ ফালে টানি আনিলে, কিন্তু সফল নহ'ল। মইও তাইক সহায় কৰিবলৈ চেষ্টা কৰিলোঁ, কিন্তু লৰাবই নোৱাৰিলো। তাইক তাতে এৰি ৰচীৰে সৈতে ষুক আৰু মেকাডক মাতি আনিবলৈ গলোঁ। উভতি আহি দেখিলোঁ পহুটো নদীৰ পাৰত উটাই থৈছে। এল্‌চাৰ গাৰ শক্তি অসম্ভৱ বেছি, মানুহ এটাক পালে তাই ইচ্ছা কৰিলে কি যে কৰিব নোৱাৰিব ভাবি চাবা। তাই আমাৰ লগত কিমান সহনশীলতা আৰু নম্ৰতা অৱলম্বন কৰে তাতে বুজা যায়। মই বৰ কষ্টেৰে তাইক দুই তাৰিখে এৰি আহিলোঁ। তাই জানিছিল মই যাম, বহুত সময় ধৰি মোলৈ চাই আছিল আৰু তাইৰ চকুৰ আঁতৰ হব দিয়া নাছিল। অৱশেষত দুঘণ্টাৰ পাচত তাই টোপনি গ'ল আৰু মই মনে মনে আঁতৰি আহিলোঁ।

তুমি আহিলে তাই যে কেনেকুৱা আদৰ-সম্ভাষণ জনাব তাৰ

বাবে তুমিও সাজু হৈ আহিবা। অৱশ্যে তাই মোক মৰম জনাই শান্ত হোৱাৰ পাচতহে তুমি দেখা দিয়া ভাল হব।

মই জুলাই মাহৰ ৫ তাৰিখে কেনিয়া পালোঁহি। নাইৰোবি বিমানকোঁঠত উৰা জাহাজখন নমাৰ আগতে আৰু জৰ্জক দেখাৰ বহু আগতেই মই আমাৰ লেণ্ডৰ'ভাৰখন দেখা পালোঁ। শাৰী শাৰীকৈ থোৱা চিকচিকিয়া 'লিমউচিন' গাড়ীবোৰৰ ভিতৰত এইখনেই তেনেই অৱস্থা নোহোৱা গাড়ী আছিল। আন সময়ত হোৱা হলে মই যদিও লাজ পালোঁ হয়, এতিয়া গাড়ীখন দেখি মোৰ মনটো শোকাভিভূত হৈ পৰিল। এল্‌চাই আঁচুৰি আঁচুৰি বহুৱাই থৈ যোৱা চিনবোৰৰে গাড়ীখন তাত থিয় হৈ আছিল। মই জৰ্জক কলোঁ পোনে পোনে আমি এল্‌চাক চাবলৈ যোৱাই ভাল হব। কিন্তু তেওঁ প্ৰথমে এখন নতুন 'লেণ্ডৰ'ভাৰ' কিনাৰ কথা কলে, কিয়নো আমাৰ বন্ধু প্ৰথম লেণ্ডৰ'ভাৰখন কথমপি চলি আছিলহে। গতিকে আমি এই ভাল কিন্তু জৰাজীৰ্ণ হোৱা সঙ্গীটোক, যি এল্‌চাৰও এক অংশবিশেষ আছিল, এৰিব লগা হ'ল। একেবাৰে শেহতীয়া আৰামদায়ক বিলাসী মডেলৰ এখন কিনিলোঁ। সেইখন অৱশ্যে আগতকৈ বহুত আৰাম-দায়ক আৰু দেখিবলৈ বেছ সন্মানজনক আছিল। কিন্তু নতুন গাড়ীখন দেখিলে এল্‌চাই বা কি ধৰণে লয় আমি ভাবিবলৈ ধৰিলোঁ।

জৰ্জে তেওঁৰ স্থানীয় চুটিৰ সময় মোৰ ঘূৰি অহাৰ লগত মিলাই লৈছিল। আমি এল্‌চা থকা ঠাইলৈকে ৰাওনা হলোঁ। ১২ জুলাইৰ দিনা কেম্প আহি পাওঁমানে আন্ধাৰ হৈ পৰিছিল। কুৰি মিনিট পাচত মোৰ টম্বুটো থিয় কৰাই থাকোতে নদীখনৰ সিপাৰৰ পৰা বেবুনবোৰৰ চিঞৰ-বাখৰ শুনিবলৈ পালোঁ। সিহঁতে এল্‌চাৰ আগমনৰ আগজাননী দিয়ে।

জৰ্জে মোক ট্ৰাকৰ ওপৰত উঠি থাকিবলৈ দিলে, যাতে অফুৰন্ত শক্তিৰে জনোৱা এল্‌চাৰ মৰম-সম্ভাষণ প্ৰথমে তেওঁৰ ওপৰতে নিক্ষেপ হয়। ইমান দিনৰ মূৰত মোক দেখি উত্তেজিত হৈ তাইৰ শৰীৰৰ বিৰাট শক্তি নিয়ন্ত্ৰণ কৰিব নোৱাৰি মোক আঘাত হানে বুলি জৰ্জে ভয় কৰিছিল।

অনিচ্ছাসত্ত্বেও মই তেওঁৰ উপদেশ সৰোগত কৰিলোঁ আৰু তাই তেওঁক কৰা মৰম সম্ভাষণ চাই থাকিলোঁ। কিন্তু কেইমিনিটমান পাচত নামি গলোঁ। তাই হঠাৎ মোক দেখা পালে। সংসাৰৰ তেনেই স্বাভাৱিক কথা হিচাপেই তাই জৰ্জক এৰি লাহেকৈ মোৰ ওচৰলৈ আহিল আৰু মাওঁ মাওঁকৈ তাইৰ মুখখন মোৰ আঠুত ঘঁহালে তাৰ পাচতেই হাতোৰাকেইটা মুঠি মাৰি তাই তাইৰ ৩০০ পাউণ্ড ওজনৰ দেহাটোৰে মোক ঠেলা মাৰি দিলে। তাই আগৰদৰেই হুলস্থুল নকৰি বা উত্তেজিত নহৈ বন্ধুভাৱাপন্নভাৱে মোৰ লগত খেলিবলৈ ধৰিলে। তাই শকত আৰত বৰ ডাঙৰজনী হ'ল। তাইৰ পেটটোও ভৰি থকা যেন দেখি মই ভাল পালোঁ। তাইও সেইবাবেই বহুত বেলিৰ পাচতহে জৰ্জে তাইলৈ অনা পছুটোৰ প্ৰতি আকৰ্ষিত হ'ল। পাচত আমাক আচৰিত কৰি তাই বিনাদ্বিধাই নতুন চিকচিকিয়া গাড়ীখনৰ ওপৰত, মোক সদায় কৰি অহাৰ দৰে সম্ভাষণ জনালে ঠিক তেনেকৈয়ে উঠি ললে, যদিও গাড়ীখন তাই সদায় দেখি অহা জৰাজীৰ্ণ গাড়ীখনতকৈ বহুত পৃথক আছিল।

ৰাতিটোৰ বাবে মোৰ কেম্পবেডখন ট্ৰাকৰ ওপৰত থবলৈ ঠিক কৰিলোঁ যিহেতু এল্‌চাই মোৰ লগত শুবলৈ ইচ্ছা কৰিব পাৰে। এই ব্যৱস্থাটো বৰ সুচিন্তিত. আছিল। কিয়নো চাকিবোৰ নুমুৱাৰ পাচত তাই কাঁইটৰ বেৰাৰ মাজেৰে মোৰ চালিখনৰ কাষলৈ আহি পাচঠেং দুটাৰ ওপৰত থিয় হৈ থকা দেখি আশ্বস্ত হলোঁ। তথাপিও তাই গাড়ীখনৰ ওপৰতে ৰাতিপুৱালৈকে শুই থাকিল। তাৰ পাচত মই পছুটো তাই নদীখনৰ ফালে টানি নিয়া শব্দ শুনিলোঁ। তাই তাক তাতে ৰাখি থাকিল। জৰ্জ উঠি আহি ব্ৰেকফাষ্ট খাবলৈ মতাত তাইও মোৰ ফালে আহি আকৌ জাপ মাৰিব খোজোতেই 'এল্‌চা নকৰিবা' 'এল্‌চা নকৰিবা' বুলি ক'লত তাই নিজকে সংযত কৰি লৈ ধীৰে ধীৰে খোজ কাঢ়ি আগবাঢ়ি আহিল। আমি খাই থাকোঁতে তাই এখন হাতোৰা মোৰ গাত থৈ কাষতে বহি আছিল। তাৰ পাচতহে তাই এৰি অহা পছুটোৰ ওচৰলৈ গ'ল।

পাচৰ ছটা দিন এল্‌চা আমাৰ কেম্পত থাকি দৈনন্দিন ৰুটিনৰ ভাগ লৈছিল। আমাৰ লগত ৰাতিপুৱা আৰু গধুলি ফুৰিবলৈ গৈছিল। এদিন আমি নদীৰখনৰ সিপাৰে পানী খাই থকা পহু এটালৈ তাই জোপ লৈ থকা দেখিলোঁ। পহুটোৱে লৰচৰ নকৰালৈকে তাই একেবাৰে নিথৰ হৈ বৈ আছিল। বতাহৰ গতিত তাই অকনো পানী নিসিচাকৈ নদীখন পাৰ হৈ জোপোহাৰ মাজত নেদেখা হৈ পৰিল। উভতি আহি তাইৰ মুখটো আমাৰ গাত ঘঁহাই যেন চিকাৰৰ বিফলতাৰ কথা জনাব বিচাৰিলে। আন এবাৰ নতুনকৈ মৰা কৃষ্ণসাৰ পহু এটাৰ ওপৰত উঠি থকা ডাঙৰ চৰাই এটাক ভয় খুৱাই আঁতৰাই দি পহুটো আনি এল্‌চাক দিলোঁ। কিন্তু তাই বেয়া পোৱা বস্তুলৈ নাক কোঁচাই বিতৃষ্ণা প্ৰকাশ কৰাৰ দৰে নাক কোঁচাই প্ৰত্যাখ্যান কৰিলে। আন এবাৰ দিনতিয়াকৈ বৰশি বাবলৈ গৈ আমি নদীখনৰ নামনিত পিকনিক খাইছিলোঁ। মই বহি লৈ তাইৰ ছবিকে আঁকিছিলোঁ। মোৰ 'চেণ্ডউইচ' কটি ডোখৰ খাবলৈ লওঁতেই তাই তাইৰ ভাগটো বিচাৰিলে আৰু তাইৰ ডাঙৰ হাতোৰাৰে মোৰ মুখৰ পৰা কাঢ়ি নিবলৈ চেষ্টা কৰিলে।

কেতিয়াবা তাই সিমান নম্ৰ হৈ নাথাকে। সেইবাবে আমি সতৰ্ক হৈ থাকিব লগাত পৰিছিল। কিয়নো এতিয়া তাই ইমান সবল হৈ পৰিছিল যে ধেমালিতে তাই আমাৰ ওপৰত পৰিলেও আমাৰ বাবে সেইটো কোনো আমোদজনক কথা নাছিল।

এদিন জৰ্জে নদীত পেলাই দিয়া মাৰি এডাল লৈ তাই বৰ মজাৰ খেল এটা খেলিছিল। তাই বেঁকাকৈ জাপ মাৰি মাৰিডাল পানীৰ পৰা উঠাই লৈ যিমান পাৰে সিমান নেজেৰে পানী মাৰিলে আৰু মাৰিডাল আকৌ পানীত পেলাই দিলে যাতে পুনৰ পানীত ডুব দি গৰ্বৰে মাৰিডাল ওপৰলৈ তুলি আনিব পাৰে। নদীৰ পাৰলৈ গৈ জৰ্জে তাইৰ ফটো লৈ আছিল। প্ৰথমে তাই নেদেখাৰ ভাও জুৰি আছিল আৰু অলপ অলপকৈ তেওঁৰ ওচৰলৈ আহি আছিল, তাৰ পাচত হঠাতে মাৰিডাল পেলাই দি বেচেৰা জৰ্জৰ ওপৰত জপিয়াই পৰিল,

"ফটোগ্ৰাফাৰ, মজাটো পালা" বুলি যেন কৈ উঠিল। জৰ্জে প্ৰতিশোধ লবলৈ তাইক খেদি গ'লত তাই জাপ মাৰি পলাল আৰু অসম্ভৱ ক্ষিপ্ৰভাৱে কোনেও ঢুকি নোপোৱা পিচল গছ এজোপাত উঠি হাতোৰা চেলেকি তাতে বহি থাকিল, একেবাৰে যেন আজলীজনী, কোনো দোষেই কৰা নাছিল।

এই খেল-ধেমালি কৰাৰ পাচৰ দুদিন তাই আমাক অলপ সময়লৈহে দেখা দিছিল আৰু বৰ আঁতৰে আঁতৰে আছিল। ২৩ তাৰিখৰ দিনা তাই আমাৰ লগত ৰাতিপুৱা ফুৰিবলৈ নাহিল। কিন্তু আবেলি বহুত বেলিৰ পাচত আমি তাইৰ দেহৰ প্ৰতিকৃতি কেম্পৰ ওচৰৰে শিলাখণ্ড এটাৰ ওপৰত দেখা পালোঁ। তাইৰ পৰা ২০ গজ নিলগত গোটেই বেবুনৰ দলটো দেখিও তাই নিস্পৃহ হৈ থকাটো আমাৰ বাবে অবিশ্বাস্য আছিল। আমি মাতিলত তাই বৰ অনিচ্ছাৰে আহি শিলটোৰ তলত আমাক লগ ধৰিলে, কিন্তু অলপ পাচতে যিমান পাৰে বেগেৰে গৈ জোপোহাৰ মাজত সোমাই পৰিল। আন্ধাৰ নোহোৱালৈকে আমি তাইক অনুসৰণ কৰিছিলোঁ। পাচত তাই আমাৰ ওচৰলৈ আহিল আৰু মই তাইক মৰম কৰিবলৈ পাতি দিলে, অথচ তাই বৰ অস্থিৰ হৈ পৰিছিল আৰু যাব বিচাৰিছিল। সেই ৰাতি আৰু পাচদিনা তাই বাহিৰতে থাকিল, কেৱল মাজতে লৰালৰিকৈ অলপ খাই গ'ল। তাৰ পাচদিনা ৰাতি খাই উঠি আমি কথা পাতি থাকোঁতে তাই ওলালহি। নদীখন পাৰ হৈ অহাৰাবে তাই তেনেই তিতি-বুৰি আহিছিল। তাই জৰ্জ আৰু মোক বৰ মৰমেৰে ওলগ জনালে। কিন্তু খাই থাকোতে তাই প্ৰায়ে বৈ বৈ বাহিৰৰ শব্দবোৰ কাণ পাতি শুনিছিল। ৰাতিপুৱা তাই গ'লগৈ। তাইৰ এই আচৰিত আচৰণে আমাক বৰ বিমোৰত পেলাইছিল কিয়নো তাই মতা সিংহৰ লগত থকাৰ কোনো চিন পাবলাক্ষত হোৱা নাছিল। প্ৰয়োজনতকৈ বেছি দিন আছোঁ নেকি বুলি আমি ভাবিবলৈ ধৰিলোঁ। তাইক মুকলি কৰি দিয়াৰ পাচত এইবাৰেই আমি বেছি দীঘলীয়াকৈ তাইৰ লগত আছিলোঁ।

পাচদিনা ৰাতি আকৌ ৰাতিৰ আহাৰৰ সময়ত আন্ধাৰৰ মাজেৰে হঠাৎ এলচা ওলালহি। নেজভাল এপাক ঘূৰাই মেজৰ ওপৰত থকা সকলোবোৰ বস্তু বগৰাই পেলালে। পাচত আমাক অতি বেছিকৈ মৰম কৰি আন্ধাৰৰ মাজত ওলাই গ'ল। ক্ষমা খুজিবলৈকে যেন তাই অলপ সময়ৰ বাবে ঘূৰি আহিছিল।

পিচদিনা ৰাতিপুৱা দেখা ভাগুৰ সিংহৰ খোজত তাইৰ এই আচৰিত আচৰণত বিবৰণি লিপিবদ্ধ হৈ বৈছিল। ছুপৰীয়া ফিল্ডগ্লাচৰ সহায়ত বহুতো শগুণক ওপৰত 'চকৰ' দি থকা দেখি কি হৈছে চাবলৈ গলোঁ। বহুত হায়েনা আৰু শিয়ালৰ বিষ্ঠা দেখিলোঁ আৰু লগতে এটা সিংহৰ খোজ। এই খোজবোৰ নদীখনৰ কালে গৈছিল, তাতে নিঃসন্দেহে সিংহটোৱে পানী খাইছিল আৰু তাতেই এটুকুৰা বৃহৎ অংশ বালিত তেজৰ চেকা লাগি আছিল। কিন্তু এলচাৰ গতিপথৰ কোনো শুং-সূত্ৰ নেপালোঁ। শগুণবোৰ উৰি থকা বা তেজৰ দাগৰ কোনো কাৰণ হিচাপে কতো মৰা জন্তুও নেদেখিলোঁ। ছঘণ্টা জুৰি আমি চাৰিওফালে বিচাৰিবলৈ ধৰিলোঁ। কিন্তু কোনো সন্তেদ নোপোৱাকৈ কেম্পলৈ উভতি আহিব লগা হ'ল। সেইদিনা সন্ধিয়া এলচা বৰ ভোকাতুৰ হৈ কেম্পলৈ আহিল আৰু আমাৰ লগতে নিশাটো কটাই পুৱতি নিশা তাই গুচি গ'ল।

২৯ তাৰিখে তাইক ওখ শিলাখণ্ডটোৰ ওপৰত দেখিলোঁ। কেইমিনিটমান মতাৰ পাচত তাই আমাৰ লগলৈ আহিল। বৰ মৰম লগাকৈ বাৰে বাৰে কোঁ কোঁকৈ মুখেৰে শব্দ কৰিবলৈ ধৰিলে। অলপ পাচতে তাই উঠি থকা শিলটোলৈ গুচি গ'ল। তাইৰ ঋতুস্ৰাৱ আৰম্ভ হৈছিল। সেইটোৱেই তাইৰ আচৰণৰ কাৰণ আছিল। গধূলি আমি আকৌ তাইৰ ওচৰলৈ গৈ মাতোতে তাই উত্তৰ দিছিল কিন্তু নামি নাহিল। পাহাৰটো বগাই আমি উঠি যাব লগা হৈছিল। আন্ধাৰ হৈ আহিলত তাই বহাৰ পৰা উঠি লৈ মোৰ গাত মূৰটো ঘঁহাই যেন বিদায় ললে, জৰ্জ আৰু বন্দুক লোৱা লৰাটোকো তেনে কৰিলে, তাৰপাচত তাই বহি থকা ঠাইলৈ লাহে গুচি গ'ল। মাত্ৰ

এবাৰ তাই আমাৰে উন্নতি চাইছিল। পিচদিনাও কিছুসময় চেৰে চাই তাইক মই শিলটোৰ ওপৰতে জিৰাই থকা দেখিলোঁ। কথা কব পৰা হলেও তাই আমাক ভাতকৈ আক বিশ্বস্তকৈ জনাব নোৱাৰিলে- হেঁতেন যে তাই অকলে থাকিব বিচাৰে। আমি তাইক যিমানেই মৰম নকৰিছিলোঁ। কিয়, পিচে স্পষ্টকৈ জনা গ'ল তাই নিজৰ একে লগৰ জন্তুবহে লগ বিচাৰিছিল।

আমি কেম্প উঠাবলৈ ঠিক কৰিলোঁ। আমাৰ গাড়ী দুখন তাইৰ শিলটোৰ তলেদি পাৰ হৈ যাওঁতে তাই উঠি লৈ আমি অহা চাই আছিল।

এল্‌চাৰ ওচৰলৈ আমি পাচৰ বাৰ ১৮ আৰু ২৩ জুলাই তাৰিখে গৈছিলোঁ। আমাৰ লগত থকা সময়খিনিত তাই আমাক খুব মৰম লগাইছিল। কিন্তু এই পাঁচদিনৰ ভিতৰত তাই দুদিন মাত্র অকলে জোপোহাৰ মাজত কটাইছিল। আমি কোনো সিংহৰ খোজ দেখা নাছিলোঁ। কিন্তু তাই আমাৰ লগত থকাতকৈ অকলশৰে থাকিবলৈ ভাল পালে। আমাৰ বন্ধনৰ পৰা মুক্ত হৈ থকাটোৰেই তাইৰ বাবে উত্তম আছিল। ২৯ আগষ্টৰ দিনা চিকাৰীবোৰক বাধা দিবলৈকে জৰ্জ এল্‌চা থকা অঞ্চলটোলৈ যাব লগা হ'ল। সন্ধ্যা ৬ বজাত ৰাতিটো থাকিবলৈ তাইৰ কেম্প পালেগৈ। তাইৰ মনোযোগ আকৰ্ষণ কৰিবলৈ তেওঁ দুটা গুলি মাৰি পোহৰৰ সঙ্কেত দিলে। ৰাতি ৮ বজাত তেওঁ এটা সিংহৰ গোজৰণি শুনি আৰু এটা গুলি ফুটাই সঙ্কেত দিলে। সিংহটোৱে গোটেই ৰাতি মাতি আছিল কিন্তু এল্‌চাৰ কোনো দৰ্শন নহ'ল। পিচদিনা ৰাতিপুৱা কেম্পৰ কাষতে সক সিংহ এটাৰ খোজৰ চিন দেখিলোঁ। তেওঁ তেতিয়াই যাব লগা হ'ল, আবেলি ৪ বজাতহে ঘূৰি আহিল। এঘণ্টাৰ পাচত নদীখনৰ সিটো পাৰৰ পৰা এল্‌চা আহি ওলাল, তাই দেখাত সুঠাম স্বাস্থ্যৰ হৈ আছিল আৰু বৰ মৰম লগাইছিল। তাইৰ ভোগ লগা নাছিল যদিও জৰ্জে তাইলৈ অনা পছুটোৰ অলপমান মাংস খালে আৰু পাচত পছুটো টম্বুটোৰ ভিতৰলৈ টানি নিলে। আন্ধাৰ হোৱাৰ পাচতে সিংহ এটাই মাতিবলৈ আৰম্ভ

কৰিলে। জৰ্জ আচৰিত হ'ল, তাই তালৈ একেবাৰে কাণসাৰ নকৰিলে। গোটেই ৰাতিটো সি চিঞৰিয়েই থাকিল।

ৰাতিপুৱা তাই খুব ভালকৈ খাই ললে আৰু তাৰ পাচত কোনো খৰখেদা নকৰাকৈ সিংহটোৱে চিঞৰা কালে গুচি গ'ল। অলপ পাচতে জৰ্জে তাইৰ মাত শুনিলে আৰু তাইক ডাঙৰ শিলটোৰ ওপৰত বহি থকা দেখিলে। তাই গম্ভীৰ মাতেৰে গোঁ গোঁৱাই আছিল। জৰ্জক দেখিয়েই তাই নামি আহি ওচৰ চাপিল। তেওঁক দেখি সুখী হলেও তাই যে অকলে থাকিব বিচাৰিছে এই ভাব প্ৰত্যেক্ষভাৱে প্ৰকাশ কৰি তেওঁ গাত অলপ সময় মূৰটো ঘঁহাই জোপোহাৰ মাজত অদৃশ্য হৈ গ'ল। তাই যোৱা দিশটো মনতে অনুমান কৰি তেওঁ পাচে পাচে গ'ল আৰু নদীখনৰ ফালেই তাই দৌৰি যোৱা খোজৰ চিন পালে আৰু লগে লগে জোপোহাৰ আঁৰৰ শিল এটাত তাইক বহি থকা দেখিলে। তেওঁ কিছুসময় তাইক চাই থাকিল। তাইক বৰ অস্থিৰ দেখা গৈছিল, নদীখনৰ ফালে তাই একেথৰে চাই আছিল। প্ৰথমে তাই মাওঁ মাওঁ শব্দ কৰি পাচতে সচকিত হৈ হুক্ হুক্‌কৈ মাতি শিলটোৰ পৰা জপিয়াই পৰিল আৰু জৰ্জৰ কাষেদিয়েই জোপোহাৰ মাজত সোমাল। পিচ মুহূৰ্ততে হয়তো তাইক খেদি এটা ডেকা সিংহ ওলাব। জৰ্জৰ উপস্থিতি গম নেপাই সি চিধা তেওঁৰ ফাললৈকে আহিল। সিংহটো তেওঁৰ পৰা বিশগজতকৈয়ো কম দূৰত থাকোতে জৰ্জে ভাবিলে সতৰ্ক হোৱা ভাল। তেওঁ হাত জোকাৰি চিঞৰিবলৈ ধৰিলে। জন্তুটোৱে চক্ খাই ঘূৰি লৈ যি বাটেদি আহিছিল সেই ফালে গুচি গ'ল। কেইচেকেণ্ডমানৰ পাচত এলচাই আকৌ দেখা দিলে। তাই জৰ্জৰ ওচৰত কিছুপৰ নাৰ্ভাচ হৈ ঘূৰিবলৈ ধৰিলে। তাৰ পাচত সিংহটোৰ পাচ ললে। জৰ্জ গুচি আহিল আৰু কেম্প সলনি কৰিলে।

দুদিনৰ পাচত তেওঁ আকৌ তালৈ যাব লগা হ'ল। কেম্প পোৱাৰ কেইশগজমান আঁতৰত গাড়ীত থকা মানুহ এটাই তাইক ৰাস্তাৰ কাষৰ জোপোহা এটাৰ আঁৰত দেখা পালে। তাই লুকাই আছিল।

তাইৰ পক্ষে এইটো বৰ আচৰিত আচৰণ আছিল কিয়নো সাধাৰণতে গাড়ী কেইখন দেখা মাত্রকে তাই দৌৰি আহে আৰু আটাইকে সম্ভাষণ জনায়। মানুহটোৱে বনৰীয়া সিংহকে এল্চা বুলি ভুল কৰিছিল বুলি ভাবি জৰ্জে গাড়ীখন ঘূৰাই উভতি আহিল। তাতে তাই জোপোহাৰ তলত বহি আছিল। প্ৰথমে তাই লৰচৰ কৰা নাছিল। পাচত ধৰা পৰিল বুলি গম পাই তাই আগবাঢ়ি আহিল আৰু সকলো ধৰণৰ নম্ৰভাবে জৰ্জক মৰম কৰিলে আৰু আগৰ দৰেই তেওঁক দেখি যে খুব ভাল পাইছে তাৰ ভাও জুৰিলে। জৰ্জে তাইলৈ অনা মাংসৰ অলপ খাবলৈও মান্তি হ'ল। তাই খাই থাকোতে জৰ্জে সৰু আলিটোৰেদি আগবাঢ়ি গৈ আন জন্তুৰ গোন্ধ পাই নেকি চালে। তেওঁ আন এটা সিংহৰ খোজৰ লগত তাইৰ ভৰিৰ খোজ পৰি থকা দেখা পালে। তেওঁ নিজেও জোপোহাৰ আঁৰৰ পৰা সিংহটোৱে তেওঁলৈ চাই থকা দেখিলে। সেইটো কেইদিনমান আগতে এল্চাৰ লগত দেখা সিংহটোৱেই।

লগে লগে নদীখনৰ দাঁতিত বহুতো বেবুনৰ চিঞৰ-বাখৰ শুনা গ'ল। সিইঁতৰ চিঞৰে সিংহ অহাৰ আগজাননী দিয়ে। এই কোলাহল শুনি এল্চাই লৰালৰিকৈ আহাৰ সমাপ্ত কৰিলে আৰু তাইৰ গৰাকী আৰু প্ৰভুক বিচাৰি ওলাই গ'ল। জৰ্জে আগুৱাই গৈ কেম্প পাতিলে। তেওঁ কামত ওলাই যোৱাৰ আগতে বাকী থকা মাংসখিনি টম্বু এটাৰ ভিতৰত এল্চাৰ বাবে থৈ গ'ল। কেম্পলৈ উভতি আহি জৰ্জে মাংসখিনি তাতেই পৰি থকা দেখিলে, কোনেও স্পৰ্শ কৰা নাছিল। ৰাতিও এল্চা দেখা দিবলৈ নাহিল।

---